


। প্ৰকাশক : শ্ৰীবংশীধৰ শৰ্মা ● গুৱাহাটী বুক ষ্টল ● শিলপুখুৰী ● গুৱাহাটী-৩ ।

। প্ৰথম প্ৰকাশ : চেপ্তেম্বৰ ১৯৬৯ চন ।

। বেটুপাতৰ ছবি আৰু অঙ্গসজ্জা : ত্ৰৈলোক্য দত্ত ।



। ছপা : শ্ৰীৰাধানাথ সাঁতৰা ● সাৰদা প্ৰিণ্টিং ৱৰ্কছ ● ঘোষ লেন ● কলিকতা-৬ ।

। মূল্য : তিনি টকা মাথোন ।

# ● ● ককাইদেউলৈ ● ● ●

কত সন্ধানী জেউতি বিচাৰি ফুৰে সংশয় ছেদি,
কত ৰহস্যী বনাই ফুৰিছে ছাঁ জুই খেদি খেদি।

—পাৰ্ব্বতিপ্ৰসাদ বৰুৱা

সূক্ষ্মপ্ৰাণ গীতি-কবিয়ে দূৰণিৰ মহাজীৱনৰ বন্তি দেখিছিল ৰিণি ৰিণি। মই কিন্তু ঐহিকৰহে কাহিনী কৈছো। ৰহস্যৰ সন্ধানত যুগে যুগে মানুহে ঘূৰাৰ কথা পাৰ্ব্বতি-প্ৰসাদে এটি মুহূৰ্ত্তত অনুভৱ কৰিছিল। মই কিন্তু তেনে কোনো গভীৰ ৰহস্যৰ কথা কবলৈ চেষ্টা কৰা নাই। আমি আজিৰ মানুহে প্ৰাত্যহিকতাৰ মেৰজালত এনেকৈ নিজকে বন্দী কৰিছো যে আমি কি বিচাৰো প্ৰায়েই সেই কথা কব নোৱাৰো। আজিৰ জীৱনধাৰা পাগলাদিয়াৰ প্ৰবল সোঁতৰ দৰে এনে তীব্ৰ যে প্ৰকৃত-অপ্ৰকৃত বিচাৰ কৰি উলিওৱাই সৰ্বসাধাৰণৰ পক্ষে টান। এই বিভ্ৰান্তি বিশ্ববিয়পা। ভাৰতবৰ্ষত ইয়াৰ ধৰণ-কৰণ আন ঠাইতকৈ পৃথক হলেও অস্তিত্ব নুই কৰিব পৰা বিধৰ নহয়। বিচৰা সম্বন্ধে স্পষ্ট হোৱাটো ভাল, ভৱিষ্যতৰ কাৰণে মঙ্গল-জনক। ছাঁ জুই খেদি খেদি অনাই বনাই ফুৰাৰ পৰা কি লাভ? এইখিনি বাস্তৱকে এটি কাহিনীৰ ৰূপ দি দাঙি ধৰা হ'ল।

—যোগেশ দাস

ভনীয়েকৰ শেষৰখন চিঠি পাই কমলাৰ মনটো কিবা এক অবুজ দুখত গধুৰ হৈ গ'ল।

বাইদেউ,

তইঁতক মাতি মাতি ভাগৰেই লাগিল। আপোন মানুহক পোৱাৰ ভাগ্য মোৰ বোধকৰো নায়েই। দেউতাক মই কেনেকৈ হেৰুৱাইছিলো তই জানই। আজি আমাৰ আইও নাই। আই নথকা কাৰণে আমাৰ ঘৰখন আমাৰ কাৰণে কেনেকুৱা হৈ গ'ল তাকো তই ভালদৰে জান। তোৰ এখন বেলেগ, নিজা ঘৰ হৈ বৰ ভাল হ'ল। ভাবিছিলো তোৰ লগতে মই পুৰণা দিনৰ সম্বন্ধ ৰাখিম। পিচে তয়ো পিঠি দিয়া হৈছ। কেলৈ, মোলৈ তোৰ অকণো মনত নপৰেনে? দুইজনী বাই-ভনী দেখোন একেলগে ওমলিছিলো, ডাঙৰ-দীঘলো হৈছিলো। আমাৰ যে কিমানবোৰ উমৈহতীয়া সম্পদ আছে বাইদেউ! মই কি কৰিছো, কি দৰে আছো, মই কেনেকুৱা হলো—তোৰ চাবৰ মন নেযায়? গতিকে আহিবি। সোনকালেই আহিবি। মোৰ আজিকালি বৰ অকল-শৰীয়া অকলশৰীয়া লাগে। তই আহিলে বহুত কথা পাতিব পাৰিম। সকলোৰে মৰম লবি। ইতি—

তোৰ মৰমৰ—

বিমলা

ঠিক হ'ল যে কমলা ভনীয়েকৰ তালৈ যাব। প্ৰমোদ হাজৰিকাৰ এতিয়া যোৱা নহব, স্কুল কোনোমতেই এৰিব নোৱাৰে। লগত জবা আৰু হীৰেন্দ্ৰকে লৈ বাছত যাব। বিমলাই বাইদেৱেক-ভিনিদেৱেক আৰু সোণালী-জবা-হীৰেন্দ্ৰ তিনিওটা ভাগিনিয়েককে বাৰে বাৰে মাতি আছে। নতুনকৈ হোৱা হেড্‌মাষ্টৰ প্ৰমোদ হাজৰিকাৰহে সুবিধা হোৱা নাই। কিন্তু হীৰেনৰ অসুখটো ভালকৈ নেদেখুৱালেও নহয়। গতিকে গিৰিয়েক আৰু ডাঙৰজনী ছোৱালী সোণালীক ঘৰত এৰি কমলাই ই দুটাক লৈ যাবলৈ ঠিক কৰিলে।

মটৰ চলা পকী আলিৰ পৰা দুমাইলমান ভিতৰলৈ প্ৰমোদ হাজৰিকাৰ গাওঁ। পকী আলিলৈ ওলাই আহিলেই বাছ পায়। হাজৰিকাৰ স্কুলো বাছ-ৰোৱা ঠাইৰ ওচৰতে। নগৰলৈ অহা-যোৱা কৰিবলৈ সুচল।

প্ৰমোদ হাজৰিকাই কমলা, জবা, আৰু হীৰেনক বাছত তুলি দিলে আৰু এই কুৰি মাইল বাট যাওঁতে কিবা আকস্মিক ঘটনা হলে কি কৰিব লাগিব দিহা-বুধি দিলে। ড্ৰাইভাৰ-কণ্ডাক্টৰকো চকু ৰাখিবলৈ অনুৰোধ কৰিলে। ডাঙৰ ছুটকেছটো আৰু আন দুটা টোপোলা ছিটৰ তলত ভালকৈ সুমুৱাই দিলে। "চিঠি পাইছেগৈ যদি বিমলা নিশ্চয় আগবঢ়াবলৈ আহিব। যদি নাহেও ভয় নেখাবা, ৰিক্সা এখন লৈ বজালনি বুলি গুচি যাবা। বিমলাক কবা যেন মই যাব নোৱাৰা বাবে বেয়া নেপায়।··· জবা, হীৰেন্দ্ৰ, যাইঁক।"

বাছ চলিলত তিনিও উলটি উলটি যিমান পাৰে বাটৰ দাঁতিত ৰৈ থকা প্ৰমোদ হাজৰিকালৈ চালে। কমলা লাজত অলপ ৰঙাও পৰিল।

ভনীয়েকক কমলাই আজি প্ৰায় এবছৰৰ মূৰত দেখিবলৈ পাব। বিলাতৰ পৰা ঘূৰি অহাৰ পিচত সেই এবাৰেই যি ঘৰলৈ আহোঁতে দেখা হৈছিল। কথাই-বতৰাই সেই সৰুকালৰ বিমলাজনী যেনেই লাগে যদিও কিমান যে সলনি হৈ গৈছে! বায়েকলৈ আগৰ দৰেই



মৰম আছে। তথাপি গাৱঁৰ ছোৱালী কমলা গাৱঁতে ডাঙৰ হৈ গাৱঁতে বিয়া হৈ বৈ গ'ল, আৰু গাৱঁৰ ছোৱালী হৈও পঢ়ি-শুনি বিলাত পাই অহা বিমলা আজি ডাঙৰ চাকৰিয়াল হৈ উঠিছে। দুয়োৰে মাজত বহুত ব্যৱধান।

গাওঁ আৰু পথাৰৰ মাজেদি বাছ চলি চলি গৈছে।

পুৰণি ধৰণ-কৰণত চলা মৌজাদাৰৰ ঘৰত কমলা-বিমলা ককায়েকহঁতৰ লগত ডাঙৰ-দীঘল হৈছিল। ছোৱালী দুজনীয়েই সৰু, দুয়োৰে ভিতৰত বৰ মিলো, মৌজাদাৰ-মৌজাদাৰনীয়েও জীয়েকহঁতকে আটাইতকৈ বেছি মৰম কৰিছিল। গাত টোপ এটা পৰিবলৈ নিদিছিল বুলিব লাগে। কোনোবাই কমলা-বিমলাৰ বেয়াটো দেখুৱাই ধেমালিতে এষাৰ কলেও মাক-দেউতাকে সহিবলৈ বৰ টান পাইছিল। "মোৰ আইহঁতৰ দোষকেহে আটায়ে দেখে"— এই বুলি মৌজাদাৰে কৈছিল।

ককায়েকহঁতৰো আনকি কেতিয়াবা ঈৰ্ষা হৈছিল। ল'ৰাৰ দাবী হাজাৰ হলেও বেছি। তথাপি মাক-দেউতাকে যিমানহে ছোৱালী দুজনীক আতোল-তোল কৰিছিল, তাকে দেখি দূৰত পঢ়ি থকা ল'ৰাহঁতে বন্ধত ঘৰলৈ আহিলে মাজে মাজে ক্ষোভ দেখুৱাই আপত্তি কৰিছিল, "আমিও ছোৱালী হৈ ওপজাই ভাল আছিল"। আনকি তেওঁলোকে এই কথাকে লৈ ভনীয়েকহঁতকো জোকাই ৰং পাইছিল।

এনে স্নেহ আৰু আদৰৰ পৰিবেশত কমলা আৰু বিমলা স্বাভাৱিকভাৱে ডাঙৰ-দীঘল হৈছিল।

তেওঁলোকৰ এই স্বাভাৱিক বিকাশত মৌজাদাৰে পাৰ্য্যমানে বাধা নিদিবলৈ চেষ্টা কৰিছিল। সেই কাৰণেই সম্ভৱতঃ তেওঁলোকক হাইস্কুললৈকো আন আন ল'ৰা-ছোৱালীৰ লগত পঢ়িবলৈ পঠাইছিল। নহলে প্ৰাচীন পদ্ধতিত চলা ঘৰখনত কিজানি ছোৱালীৰ উচ্চ শিক্ষাৰ প্ৰতি তিমান ধাউতি নহ'লেইহেঁতেন। মেট্ৰিক পাছ কৰাৰ

পিচতে কমলাৰ বিয়াৰ আয়োজন হোৱাটোতো তাৰেই এটা আওপকীয়া প্ৰমাণ ওলাই পৰিছে।

দেশজুৰি হোৱা স্বাধীনতাৰ আন্দোলনে কমলা-বিমলাহঁতৰ অঞ্চল-টোকো ঢৌৱাই গৈছিল। বৃটিছৰ অধীন মৌজাদাৰ বুলি কংগ্ৰেছৰ ৰাজনীতিৰ লগত মৌজাদাৰৰ স্বাভাৱিকতে সংশ্ৰৱ নাছিল। কিন্তু গান্ধীৰ আহ্বান আৰু আদৰ্শৰ প্ৰতি তেখেতৰো উচ্চ সন্মান আছিল। সেইবাবে উমেদ আলিৰ নেতৃত্বত যেতিয়া গাৱঁৰ আইসকল সমাজ-সেৱাৰ কামলৈ ওলাই আহিছিল তেতিয়া মাজে মাজে মৌজাদাৰনীও তালৈ যোৱাত তেখেতে বাধা নিদিছিল। বৰং দুই-চাৰিখন মহিলা অনুষ্ঠানৰ সভানেত্ৰী ধন-ভঁৰালী আদি বিষয়-বাব লোৱাতো সমৰ্থনহে কৰিছিল। মৌজাদাৰ ডাঙৰীয়াৰ দৰে উমেদ আলিও এই অঞ্চলৰ এজন নেতৃস্থানীয় লোক। আলি চাহাব প্ৰায়েই মৌজাদাৰৰ ঘৰলৈ আহিছিল। গতিকে উমেদ আলি যি সংগঠনত থাকে তাত ভাল কাম হোৱাটোৱেই মৌজাদাৰৰ মানত স্বাভাৱিক আছিল। এইজন জনপ্ৰিয় কংগ্ৰেছ নেতাৰ তেজস্বী বক্তৃতা শুনি সময়ে সময়ে মৌজাদাৰো মুগ্ধ হৈ গৈছিল। তেওঁ জেললৈ গলে তেখেতে গোপনে মানুহ পঠিয়াই আলি চাহাবৰ ঘৰত খবৰ লোৱাইছিল কিবা সহায়ৰ আৱশ্যক হব নেকি। আলি চাহাবে কেবাবাৰো কংগ্ৰেছৰ পুঁজিলৈ মৌজাদাৰৰ পৰা শকত দান নিছিল।

এনে পৰিবেশত ছোৱালীৰ উচ্চ শিক্ষালৈ সৰ্বসাধাৰণৰ ধাউতি হোৱা স্বাভাৱিক। গতিকে পাঠশালা পাছ কৰি কমলা-বিমলাই যেতিয়া ইংৰাজী স্কুলত পঢ়িব খুজিলে তেতিয়া দেউতাকে সন্মতি নিদিয়াকৈ থাকিব নোৱাৰিলে। জীয়েকহঁতৰ মাজেদি তেখেতে যেন দেখিবলৈ পালে নতুন যুগৰ সূচনা। সম্ভ্ৰান্ত চহকী মানুহৰ জীয়ৰী যদিও মৌজাদাৰে কিন্তু আদৰৰ দুলালীহঁতৰ কাৰণে স্কুললৈ যাবলৈ গাড়ী-ঘোঁৰাৰ যোগাৰ নকৰিলে। আন দহজনী গাৱঁলীয়া ছোৱালীৰ দৰেই তাহাঁতে তিনিমাইল আঁতৰৰ হাইস্কুললৈ খোজকাঢ়ি



অহা-যোৱা কৰি পঢ়িছিল। মৌজাদাৰৰ মানত আদৰ্শ জীৱন সেইটোহে য'ত মানুহে নিজৰ ভৰিত থিয় হব পৰাকৈ নিজকে গঢ়ি তুলিব পাৰে।

হাইস্কুললৈ যাবৰ পৰা লাহে লাহে কমলা আৰু বিমলাৰ চৰিত্ৰত কিছুমান পাৰ্থক্য ওলাই পৰিবলৈ ধৰিলে। সৰুতেও এইবিলাক পাৰ্থক্য আছিল যদিও হয়তো স্পষ্টকৈ ওলাই পৰা নাছিল। যেনে বয়সত অলপ ডাঙৰ বুলিয়েই হয়তো কমলাই বেছি কথা কব খোজা ভনীয়েকক মাজে মাজে সংযত কৰিছিল। বিমলাই সৰুৰে পৰা কমলাতকৈ লাজো কম কৰিছিল। নম্ৰতা যেনেকৈ কমলাৰ স্বাভাৱিক গুণ আছিল, উগ্ৰতা তেনেকৈ বিমলাৰ স্বাভাৱিক ধৰ্ম্ম আছিল। লজ্জাশীলতাৰ কাৰণেই হবপায় কমলাই জটিল কথা বুজাত পলম কৰিছিল, কিন্তু বিমলাই যি কোনো বিষয়তে টপৰাই একোটা সমিধান দিব পাৰিছিল। এইবিলাক পাৰ্থক্য বা গুণৰ তাৰতম্য পিতৃ-মাতৃৰ উপস্থিতিত সহজে প্ৰকাশ নেপাইছিল কিন্তু হাইস্কুলৰ শ্ৰেণী-বিলাকত উঠি যোৱাৰ লগে লগে এইবিলাক প্ৰকট হৈ যাবলৈ ধৰিলে। ঘৰখনে নিৰৱে এইটো লক্ষ্য কৰিছিল যদিও আতঙ্কিত হোৱাৰ কোনো কাৰণ হোৱা নাছিল। মৌজাদাৰৰ দৃঢ় বিশ্বাস আছিল যে তেওঁৰ ছোৱালী কেতিয়াও বিপথে যাব নোৱাৰে। ঘৰখনৰ সন্মান, মাক-দেউতাকৰ সন্মান, নিজৰ সন্মান যে তেখেতৰ ছোৱালীয়ে যি কোনো পৰিস্থিতিতে ৰাখিব পাৰিব সেইটো তেখেতে সহজেই অনুভৱ কৰিব পাৰিছিল। এই বিষয়ত তেখেতৰ ভুলো হোৱা নাছিল।

হাইস্কুলৰ ওপৰ শ্ৰেণীলৈ উঠাত কমলা-বিমলাৰ মাজলৈ গাভৰু ছোৱালীৰ স্বাভাৱিক গাম্ভীৰ্য্য নামি আহিছিল। কিন্তু তথাপি সৰুকালৰ বৈশিষ্ট্যবিলাক বিভিন্ন কাৰ্য্য-কলাপৰ মাজেদি ফুটি নুঠাকৈ থকা নাছিল। পঢ়া-শুনাত দুয়োজনী ছোৱালী চোকা। বিমলা বেছি মেধাবী—তেওঁ প্ৰথম হবই।

এই সন্মান তেওঁ দশমমানলৈকে বজাই ৰাখি প্ৰৱেশিকাতো ষ্টাৰ লৈ উত্তীৰ্ণ হৈছিল। স্কুলৰ বাৰ্ষিক উৎসৱৰ খেল-ধেমালিত যোগ দি বিমলাই পুৰস্কাৰ পাইছিল। কমলাই খুব বেছি' আইনাম-বিয়ানাম গাই নামটো ৰাখিছিল। বিমলাই তৰ্কসভাত যোগ দিবই। অৱশ্যে পঢ়া-শুনাৰ দৰে যে আনবিলাক বিষয়তো দুয়ো বৰ ভাল কৰিছিল সেইটো নহয়। কিন্তু তেওঁলোক আন দহজনী ছোৱালীতকৈ যে পাছপৰা নাছিল সেইটো স্বীকাৰ কৰিবই লাগিব।

এবাৰ বিমলাই কৰিলে এক কাণ্ড।

দেৱনাথ বুলি একেলগে পঢ়া ল'ৰা এটাক স্কুলৰ পথাৰতে এহাতেৰে ধৰি আনখন হাতেৰে চৰ মাৰি দিলে। দেৱনাথে হেনো তেওঁক কিবা অশ্লীল কথা কৈ জোকাইছিল। পিচে প্ৰমোদ হাজৰিকাইহে পৰিস্থিতি ৰক্ষা কৰিলে। তেওঁ তেতিয়া স্কুলত নতুনকৈ সোমাইছে। স্কুলৰ বাৰাণ্ডাৰ পৰা তেওঁ ঘটনাটো দেখি আছিল। লৰি আহি গোটেইখন ল'ৰা-ছোৱালীকে থিয় কৰাই মিটমাট কৰাই দিলে। প্ৰমোদ হাজৰিকা তেতিয়া কলেজৰ পৰা পাছ কৰি অহা উৎসাহী, আদৰ্শবাদী আৰু সকলো ছাত্ৰ-ছাত্ৰীৰ প্ৰতি সহানুভূতিশীল জনপ্ৰিয় শিক্ষক। ঘটনাটোৱে বেয়া ৰূপ নোলোৱাত হেড্‌মাষ্টৰেও সকাহ পালে। কাৰণ ছোৱালীজনী স্কুলৰ ভিতৰতে ভাল ছাত্ৰী আৰু প্ৰতাপী মৌজাদাৰৰ জীয়েক, যাৰ দানেৰে এই স্কুল গঢ়ি উঠিছে।

কিন্তু স্বয়ং মৌজাদাৰে এই ঘটনাৰ পৰিণাম হেড্‌মাষ্টৰতকৈ দূৰলৈ চাই পঠিয়ালে। দেৱনাথ সাধাৰণ ঘৰৰ ল'ৰা হব পাৰে, কিন্তু সমাজত তাৰ ঘৰখনৰো এটা সন্মান আছে। যদি মৌজাদাৰৰ ছোৱালীৰ "অসৎ আচৰণ"ৰ কথা দেৱনাথৰ ফলীয়া মানুহে বেয়াকৈ উলিয়াই দিয়ে তেন্তে তেখেতৰ পৰিয়ালৰ সন্মানত আঘাত লাগিব। গতিকে তেখেতে ৰাতিয়েই নিজে গৈ দেৱানাথক লগ ধৰি বেয়া নেপাবলৈ অনুৰোধ কৰিলে আৰু দেউতাককো ক্ষমা খুজিলে।



দেৱনাথৰ দেউতাক সাধাৰণ খেতিয়ক মানুহ। স্বয়ং "মৌজদাৰ দেউতাই" আহি ক্ষমা খোজাত তেওঁ স্বাভাৱিকতে গলি গ'ল।

বিধোধৰ জইন মাৰিবৰ কাৰণে দেৱনাথক মৌজাদাৰে লগতে নিজৰ ঘৰলৈ লৈ আহিল। চাহ-জলপান জীয়েকহঁতৰ হতুৱাই কৰাই খুৱাই মৌজাদাৰ-মৌজাদাৰনীয়ে দেৱনাথক মৰমেৰে বহুত কথা সুধিলে, ভালদৰে পঢ়িবলৈ কলে আৰু কেতিয়াবা কিবা বিপদ হলে সহায় বিচাৰি আহিবলৈ কলে। মাক-দেউতাকৰ উদ্দেশ্য বুজিব পাৰি আৰু নিজৰো পিচত অনুশোচনা হোৱাত বিমলাই উপযাচি আহি কলে, "দেৱ, মোৰেই দোষ হল, তুমি বেয়া নেপাবা, কি কৰিবা মোৰ হঠাৎ খং উঠি গ'ল তুমি তেনেকৈ কোৱাত।"

ইমানখিনিৰ পিচত দেৱনাথৰো উপলব্ধি হৈছিল যে তেওঁৰো দোষ হৈছিল, গাভৰু ছোৱালী এজনীক স্কুল কম্পাউণ্ডৰ ভিতৰতে তেনেকৈ কোৱা উচিত নাছিল। তেওঁ কলে, "নাই বেয়া পোৱা নাই। ময়ো ভাবিছো মই তেনেকৈ কৰ নেলাগিছিল।"

কথা ভালে ভালে সিমানতে ওৰ পৰিল। তেতিয়াৰে পৰা দেৱনাথ আৰু বিমলাৰ মাজত আচৰিত বন্ধুত্ব গঢ়ি উঠিল। স্কুললৈ অহা-যোৱা কৰোতে দুয়ো প্ৰায়েই কথা পাতি পাতি যায়। স্কুলৰ খেল-ধেমালি আৰু সভা-সমিতিত দুয়ো একেলগে ভাগ লয়। তেওঁ কেতিয়াবা কেতিয়াবা মৌজাদাৰৰ ঘৰলৈকো আহি বিমলাক লগ ধৰে। এবাৰ বিমলায়ো মাক আৰু বায়েকক লৈ দেৱনাথৰ ঘৰৰ পৰা আহিছিল গৈ।

কমলা এই হলি-গলিৰ বিৰোধী আছিল। স্কুলৰ ল'ৰা-ছোৱালীয়ে যে আঁৰে আঁৰে বিমলা আৰু দেৱনাথক লৈ নানান আলোচনা-বিলোচনা কৰে সেইটো তেওঁ জানিব পাৰিছিল। গতিকে ভনীয়েকক কমলাই সময়ে সময়ে সাৱধান কৰি দিছিল। তেতিয়া উত্তৰত বিমলাই কৈছিল, "মোক তিমান দুৰ্বল বুলি নেভাবিবিচোন। মই নিজকে বুজি পাওঁ নহয়। দেৱনাথ আচলতে ভাল লৰা। কিন্তু

আমি প্ৰেমতো পৰা নাই, পলাই যাবও খোজা নাই। হাজৰিকা ছাৰেচোন তোৰ লগত কথা পাতিবলৈ বিচাৰি ফুৰে, আৰু তয়ো খুব ৰঙা পৰ। তেনেহলে হাজৰিকা ছাৰৰ লগত তোৰ কিবা আছে বুলি ধৰিব লাগিব নেকি ?"

লাজ আৰু খঙত স্বাভাৱিতকৈ দুগুণে ৰঙা পৰি উঠি কমলাই ধমকৰ সুৰত কৈছিল, "তই বৰ বাঢ়ি গৈছে দেই !"

বিমলাই হাঁহি হাঁহি বায়েকক সাৱটি ধৰিছিল।

প্ৰমোদ হাজৰিকাৰ কথাটো তেনে মিছাও নহয়। ডেকা মানুহৰ ৰোমান্টিক মনোভাৱ থাকিবই। সি ঠেক স্কুলতে হওক বহল পৃথিৱীতে হওক। নম্ৰা, লজ্জাশীলা, পঢ়াত চোকা, দেখাতো ধুনীয়া ছোৱালী কমলাৰ প্ৰতি প্ৰমোদ হাজৰিকাৰ মন কুমলাটো অল্প-বিস্তৰ আটাইৰে চকুত পৰিছিল। কিন্তু সুশিক্ষক, আদৰ্শবাদী আৰু অন্য প্ৰকাৰে চৰিত্ৰৱান ডেকাজনক এনে কথাৰে লেটিয়াই অপদস্থ কৰিবলৈ কোনেও ভাল নেপাইছিল, সাহো নকৰিছিল।

গুৱাহাটীত ছাত্ৰ-ছাত্ৰীৰ ওপৰত হামফ্ৰে চাহাবে লাঠী চালনাৰ আদেশ দিয়াত অসমজুৰি ছাত্ৰ বিক্ষোভ হৈছিল। কমলাহঁতৰ স্কুলেও এদিন ষ্ট্ৰাইক কৰি নগৰত প্ৰচেচন কৰিবলৈ গৈছিল। ইয়াৰ নেতৃত্ব বহন কৰিছিল দেৱনাথ আৰু বিমলাই। বহুত ল'ৰা-ছোৱালী বাহু-লৰী, চাইকেল যিঁহতে উঠিবলৈ পালে উঠি নগৰ পালেগৈ। বিমলাক কমলাই বাধা দিছিল, দেউতাকে খং কৰিব বুলি সকীয়াই দিছিল, আৰু টাউনত পুলিচে বা কি কৰে বুলি আশংকা প্ৰকাশ কৰিছিল। তেওঁৰ চকুৱে-মুখে আতঙ্কৰ চিন ফুটিও উঠিছিল।

বিমলাই মনৰ উত্তেজনা হেঁচা মাৰি ৰাখিবলৈ চেষ্টা কৰি কৈছিল, "এইটো গোটেই ছাত্ৰ সমাজৰ আৰু পৰাধীন জাতিৰো মান-সম্মানৰ প্ৰশ্ন। মই নোযোৱাকৈ থাকিব নোৱাৰো। দেউতাক বুজাই কবি। মই অনুমতি লৈ যাবলৈ সময় নেপালো, পিচত আহি ক্ষমা খুজিম।"



বিমলা টাউনলৈ গুচি গ'ল।

আতঙ্কিত কমলাৰ ওচৰলৈ আহি প্ৰমোদ হাজৰিকাই হাঁহি হাঁহি সুধিলে, "ভনীয়েৰাৰ কাৰণে চিন্তা লাগিছে নেকি কমলা ? তুমিও লগতে নগলা কিয় ? চাব পাৰিলাহেঁতেন। মই হলে অলপ পিচতে যাম—কিনো হয় চামগৈ।"

"আপুনি যায় যদি ছাৰ তাইক চকু দিবচোন।"

"তুমি কৈছা যেতিয়া দিম বাৰু।"

হাজৰিকা ছাৰৰ আগৰ পৰা তোতয়া কমলাই পলাব পাৰিলেই ৰক্ষা পৰে। অলপ খঙো উঠিছিল। কিন্তু মুখেৰে একো কব নোৱাৰিলে। প্ৰমোদ হাজৰিকাই সিনানতে তেওঁক এৰি তাৰ পৰা আঁতৰি গলতহে ৰক্ষা।

ভাগ্যে সেইদিনা টাউনত একো অঘটন নঘটিল। প্ৰমোদ হাজৰিকাই আলেঙে আলেঙে সমদলযাত্ৰাৰ অনুসৰণ কৰিছিল। বিমলাই দেৱনাথৰ লগ লাগি গোটেই বিক্ষোভটো পৰিচালনা কৰিছিল যদিও আপত্তিজনক একো কাম কৰা তেওঁৰ চকুত পৰা নাছিল। প্ৰচেচন ভাঙি উলটি আহিবৰ সময়ত হাজৰিকাই সকলো ছাত্ৰ-ছাত্ৰীকে তদাৰক কৰি আনিছিল। ছাত্ৰ-ছাত্ৰীৰ আন্দোলনৰ প্ৰতি হাজৰিকাৰ নৈতিক সমৰ্থন আছিল যদিও তাক বাহিৰত দেখুৱাব পৰা নাছিল। স্বাধীনতা সংগ্ৰামৰ প্ৰতি থকা সহানুভূতিৰ কথা তেওঁ মুকলিকৈয়ে প্ৰকাশ কৰিছিল। তেওঁৰ দেউতাক এজন নিৰৱ কংগ্ৰেছ কৰ্মী আছিল।

প্ৰমোদ হাজৰিকা লগত থকা বুলি শুনি সেইদিনা গধূলি মৌজাদাৰ ভালেখিনি আশ্বস্ত হৈছিল। কিন্তু তথাপি সৰু জীয়েকৰ আচৰণত তেখেত অসন্তুষ্ট হৈছিল। তেখেতৰ ঘৰৰ ছোৱালীক ইমানখিনি স্বাধীনতা দিবলৈ তেখেত প্ৰস্তুত নাছিল. তেখেতে গধূলি ধীৰে-শাঁতে জীয়েকক মাতি আনি কলৈ আৰু কিয় গৈছিল গাম্ভীৰ্য্য সহকাৰে প্ৰশ্ন কৰি মনৰ অসন্তোষ জানিবলৈ দিছিল। বিমলাৰ

শান্তিৰ চোক কমাই দিবৰ কাৰণে ওচৰতে হাঁহি হাঁহি হাজৰিকা মাষ্টৰ বহি আছিল যদিও তেওঁ দেউতাকৰ গম্ভীৰ স্বৰ শুনি চকুলৈ চাবলৈ সাহ কৰা নাছিল। তথাপি তেওঁ কোনোমতে সাহ গোটাই যথেষ্ট সংযতভাবে উত্তৰ দিছিল, "অসমৰ সমূহ ছাত্ৰ-ছাত্ৰীৰে এইটো অপমান বুলি মই ভাবিলো কাৰণেই এই প্ৰচেচনত যোগদান কৰিলোগৈ। মোৰ যদি কিবা দোষ হৈছে আপুনি ক্ষমা কৰিব। কিন্তু মোৰ ভুল হোৱা নাই বুলিয়েই মোৰ বিশ্বাস।"

অকমানি যেনেই লাগি থকা আদকুৱা ছোৱালীজনীয়ে ইমান ডাঙৰ কথা কব পৰা হোৱাত মৌজাদাৰ অকল আচৰিতেই হোৱা নাছিল, মনে মনে গৰ্বভৰত পুলকিতও হৈছিল। কিন্তু সেই ভাব লুকুৱাই ৰাখি তেখেতে বিমলাক "আজিৰ পৰা এনেকুৱা নকৰিবা" বুলি কৈ ভিতৰলৈ পঠিয়াই দিছিল।

ভিতৰত মাকেও বহুৱাই লৈ বুজাইছিল, "দেউতাৰে বেয়া পোৱা কাম নকৰিবি। তেখেতে তহঁতৰ বেয়াটো কেতিয়াও চিন্তা নকৰে। তহঁতৰ ভালৰ কাৰণেই সেইদৰে কৈছে। তহঁতক ৰবকৈ মৰম কৰে কাৰণেই তেখেতে বেছি দুখ পাইছে। প্ৰমোদ পাচে পাচে গ'ল কাৰণেহে তেও আমি অলপ ভাল পাইছো।"

বিমলাৰ মুক্ত উৎসাহা মনটোৱে এইদৰে ঘৰত ভীষণ বাধা পোৱাত তেওঁৰ বৰ বেয়া লাগিছিল। মনৰ ক্ষোভ বিতৃষ্ণা মনতে হেঁচি ৰাখি মাকক কৈছিল, "বাৰু আই, আজিৰ পৰা বাৰু মই তহঁতক নোকোৱাকৈ আৰু এনেকুৱা কামলৈ নেযাওঁ। কিন্তু ঠিক জানিবি আজি ছাৰ নথকা হলেও মই ঠিকে ঠিকেই ঘৰ ওলালোহিহেঁতেন।"

কমলাৰ মনত পৰে, মাকক সেইদৰে কলেও মাকৰ প্ৰতি দুয়োজনী ছোৱালীৰ অসীম মৰম আৰু শ্ৰদ্ধা আছিল। মাকে যতনাই দিয়া জলপান, আঞ্জা আদিৰ সোৱাদ তেওঁলোকৰ মুখত চিৰদিনলৈ বৈ গ'ল। মাকে সাধাৰণ শাক-পাচলিৰে ৰন্ধা আঞ্জাকে



তেওঁলোকে খাই এনে তৃপ্তি পাইছিল যে দুয়োজনী ছোৱালীয়ে মাজে মাজে ইখন-সিখন ৰান্ধিবলৈ মাকক কুটুৰি থাকিছিল। কমলাই মাকৰ পৰাই ভালেখিনি অসমীয়া ৰন্ধা-বঢ়া শিকিছিল। সেইবোৰ আঞ্জাৰ জুতি তেওঁলোকৰ আজিও বৈ গৈছে।

মৌজাদাৰৰ দিহা মতেই, গাৱঁৰ অৱস্থাপন্ন ঘৰৰ ল'ৰা প্ৰমোদ হাজৰিকাৰ লগত এদিন কমলাৰ বিয়া হৈ গৈছিল। মাষ্টৰৰ মনৰ ঢাল সম্বন্ধে তেখেতে অলপ-অচৰপ সন্দেহ কৰিছিলেই। কাৰণ সৰু-সুৰা অজুহাততে প্ৰমোদ হাজৰিকা তেখেতক বিচাৰি ঘনাই ওলাইছিলহি আৰু উপযাচি বিমলাৰ গুণাৱলী বঢ়াই বখানিছিল। মৌজাদাৰে গতি-গোত্ৰ চাই ছোৱালী দিবলৈ বিশেষ আপত্তিৰ কাৰণ নেদেখিলে। বৰ ডাঙৰ নগৰীয়া মানুহৰ প্ৰতি তেখেতৰ তেনে কোনো দুৰ্বলতা নাছিল। প্ৰমোদৰ হাতত স্কুলখন পৰিলে তাৰ ভবিষ্যতৰ কাৰণে নিশ্চিন্ত হব পাৰিব বুলিও তেখেতে আশা কৰিলে। মেট্ৰিক পাছ কৰি এবছৰ ঘৰত থকাৰ পিচতহে বিয়া হৈছিল যদিও, প্ৰমোদ হাজৰিকা যে শিক্ষক আছিল কথাটো মনত পৰাত এতিয়া বাছত বহি যাওঁতেও কমলাৰ বৰ লাজ লাগিল।

বিমলাই পিচে তাৰ পিচতো দেৱনাথৰ লগত বন্ধুত্ব ভাঙি নেপেলালে। ৰাকীছোৱা সময় বিশেষ আপত্তিজনক একো ঘটনা হোৱা নাছিল যদিও তেওঁ দেৱনাথৰ লগত আগৰ দৰেই মুকলিভাৱে কথা-বতৰা হোৱা, কেতিয়াবা ফুৰা, স্কুললৈ অহা-যোৱা কৰা আৰু স্কুলৰ অনুষ্ঠানবিলাকত কাম কৰা আদিত লগ লাগি ফুৰিছিল। এইটো কাৰো কাৰো ঈৰ্ষাৰ আৰু কাৰো কাৰো সমালোচনাৰ বিষয় হৈ পৰিলেও বিমলাই কেৰেপ কৰা নাছিল।

কিন্তু বিমলা আৰু দেৱনাথে মেট্ৰিক দিয়া বছৰেই কিবা অচিন ৰোগত পৰি দেৱনাথ ঢুকাল। উঠি অহা উৎসাহী ল'ৰা এটাৰ অকাল মৃত্যুত গোটেই অঞ্চলটোতে শোকৰ ছাঁ পৰিছিল। বিমলা বিশেষভাৱে অভিভূত হৈ পৰিছিল। তেওঁ মনৰ ভাব নুলুকুৱাকৈয়ে চকুপানী

হুকিচ্ছিল। তাত অস্বাভাৱিকতা কোনেও দেখা নাছিল। তেওঁ দেউতাক আৰু আন আন মানুহৰ সৈতে দেৱনাথৰ ঘৰলৈ গৈ সমবেদনা জনাইছিল। বহুত দিনলৈকে বিমলাই এই দুখৰ ভাব দূৰ কৰিব নোৱাৰি খৰৰ ভিতৰতে সোমাই আছিল। তাকে দেখি মৌজাদাৰে জীয়েক জোঁৱায়েকৰ সৈতে পৰামৰ্শ কৰি তিনিওকে শ্বিলং চাই আহিবলৈ পঠিয়াই দিছিল।

মেট্ৰিক পৰীক্ষাৰ ফল ওলোৱাৰ পিচত অৱশ্যে বিমলাৰ জীৱনে অন্য পথ ললে। গোটেই অসমতে তৃতীয় স্থান অধিকাৰ কৰি তেওঁ উত্তীৰ্ণ হ'ল আৰু কলেজত বিজ্ঞান পঢ়িবলৈ গুচি গ'ল। তাৰ পিচৰ পৰা তেওঁ দোপত দোপে উন্নতিয়েই কৰি গৈ থাকিল। মেধাবিনী ছাত্ৰী হিচাবে ইটো মহলাৰ পৰা সিটো মহলালৈ যাবলৈ ভিনিহিয়েক প্ৰমোদ হাজৰিকাই উৎসাহ দি যাব ধৰিলে আৰু শিক্ষিত শিক্ষক জোঁৱায়েকৰ কথাৰ ওপৰত কথা কবলৈ স্বয়ং মৌজাদাৰেও একো বিচাৰি নেপালে। বি-এছ্ চি পাছ কৰিলে নাম কৰি, এম-এছ্ চি পাছ কৰিলে নাম কৰি কলিকতাৰ পৰা, এখন কলেজত কিছুদিন কাম কৰিলে আৰু শেষত ভাৰত চৰকাৰৰ বৃত্তি লৈ ইংলেণ্ড পালেগৈ।

তথাপি কমলাৰ মনৰ কোনোবা এঠাইত যেন অলপ সন্দেহ ৰৈ গ'ল যে বিমলাই দেৱনাথৰ কথা পাহৰিব পৰা নাই। কাৰণ তেওঁ নিজে বিশ্লেষণ কৰি চাই পাইছে যে তেওঁৰ প্ৰতি প্ৰমোদ হাজৰিকাৰ যেনেকৈ দুৰ্বলতা প্ৰকাশ পাইছিল তেনেকৈ হাজৰিকাৰ প্ৰতিও তেওঁৰ মনে মনে অহৈতুক আকৰ্ষণ এটা হৈছিল, মাত্ৰ তাকে স্বীকাৰ কৰিবলৈ আগতে ভয় কৰিছিল।

পুৰণি কথা মনত পেলাই এইদৰে গৈ থাকোঁতে থাকোঁতে এসময়ত বাছ গৈ নগৰত সোমালগৈ।

* * * *

বিমলাই নিজে মটৰ লৈ বাছ ষ্টেশ্যনৰ পৰা বায়েকক আগবঢ়াই নিবলৈ আহিছিল।



কমলাই মাজু জীয়েক জবা আৰু পুতেক হীৰেন্দ্ৰক লৈ গাঁৱৰ পৰা আহিছে। ছবছৰীয়া হীৰেনৰ কিবাকিবি বহুত অসুখ। ভনীয়েকৰ ঘৰত থাকি ভাল ডাক্তৰক দেখুৱাব আৰু দুদিনমান থাকি যোৱাও হ'ব।

ইমানবিলাক মানুহ-দুনুহ, গাড়ী-ঘোঁৰাৰ মাজেদি নিৰ্বিঘ্নে ক'লা চশমা পিন্ধা, শাড়ী পিন্ধা মাহীয়েকে চিকচিকীয়া মটৰখন চলাই নিয়া দেখি জবা আৰু হীৰেন্দ্ৰ অবাক। সিহঁতৰ লাজো ৰৰকৈ লাগিল। নাক ঘামি গৈছে। মটৰৰ দাঁতিয়েদি লৰি পাৰ হৈ যোৱা দৃশ্যবোৰ চাইছে যদিও একো একোবাৰ আচৰিত মাহীয়েক জনীলৈও কেৰাহি কেৰাহিকৈ চাইছে।

পাচলৈ চাব নোৱাৰিলেও সমুখৰ আয়নাখনতে সিহঁতক ধৰা পেলাই বিমলাই একোবাৰ সুধিছে, "তহঁতৰ কেনে লাগিছে অ' জবা, হীৰেন্দ্ৰ? ভাল লাগিছেনে নাই?"

সিহঁতে লাজতে গা-ভাঙি মুখ লুকুঁৱাব খোজে, উত্তৰ নিদিয়ে। বিমলাই সোধে, "বাইদেউ, তোৰ ল'ৰা-ছোৱালীবোৰ কি? এনেকুৱা নিবুকা কিয়? কথা সুধিলে নকয় দেখোন?" কমলাই লাজ পাই কয় "কিনো কৰি ভূত কিটাৰ কথা! কথা কবই নেজানে! এই মাহীয়েৰে কি সুধিছে নকৱ কেলৈ?"

তথাপি জবাহঁতৰ মুখৰ পৰা মাত নোলায়। আৰম্ভতেই ল'ৰা-ছোৱালীহালক ৰৰ বেছি ভয় খুৱাই দিয়া হব বুলি ভাবি বিমলাই এবাৰ অকমান মুখখন ঘূৰাই হাঁহি কলে, "লাহে লাহে কৰি আৰু নহয় জানো? জবা বৰ এজনী হলি অ'? সোণাৰ কি খবৰ? হীৰেন্দ্ৰৰ নো বেমাৰ কি?" সোণা মানে সোণালী, কমলাৰ বৰ জীয়েক।

এইবাৰ হীৰেনে মাত লগালে, "পেটৰ আৰু মূৰৰ।"

বিমলাই ধেমালিৰ সুৰত কলে, "ই! তোৰ আচল দুটাই বেয়া। পেটৰ বেমাৰ হলে খাবলৈ টান। মূৰৰ হলে পঢ়া-শুনা কৰিবি

কেনেকৈ? আৰু নপঢ়িলে ডাঙৰ মানুহ হবি কেনেকৈ? বাৰু, মোৰ ইয়ালৈ আহিলি যেতিয়া দুইটাকে ভাল কৰি পঠিয়াব লাগিব।”

ভনীয়েকক কমলাৰো অচিনাকি যেন লাগিল। ডঃ বিমলা দুৱৰা! পঢ়াত চোকা আছিল কাৰণে কলেজলৈকো গ'ল, নাম কৰি পাছো কৰিলে, কলিকতাত পঢ়িবলৈ গ'ল আৰু তাৰ পিচত একেবাৰে বিলাত পালেগৈ! ঘৰৰ ছোৱালী এজনীৰ উন্নতিত কমলাহঁত সকলোৱে ভাল পাইছিল। বিলাততে ৰসায়নৰ বিষয় এটাত ডক্টৰ উপাধি পোৱাৰ বাতৰি পায়ো গৌৰৱ অনুভৱ কৰিছিল। কলেজলৈকে দেউতাকেই পঢ়ুৱালে। গাৱঁত ঘৰ যদিও মৌজা চলাই আৰু পিচলৈ নানান কাৰবাৰত লাগি দেউতাকে বহুত সম্পত্তি কৰিছিল। বিলাতলৈ অৱশ্যে চৰকাৰী বৃত্তি লৈ গৈছিল। বিলাতৰ পৰা আহি ইয়াতে কেন্দ্ৰীয় চৰকাৰৰ এটা গৱেষণাগাৰত সহকাৰী পৰিচালিকা হৈ বিমলাই চাকৰি কৰি আছে।

এমুৰীয়াকৈ চহৰৰ বাহিৰত থকা বজালনি অঞ্চলত গৱেষণাগাৰৰ ঘৰবোৰ। নতুনকৈ সজা। কৰ্মচাৰীসকলৰ বাসভবনো একেটা চৌহদৰ ভিতৰতে। আসাম টাইপৰ আহল-বহল ঘৰটোৰ সন্মুখত মটৰ ৰ'লগৈ। বিমলা দুৱৰা অকলে থাকে। এটা ৰান্ধনি, এটা পিয়ন আৰু এজনী বাই তেওঁৰ অবিবাহিত সংসাৰৰ সঙ্গী। আলহ-উদহকৈ হৈ-চৈ কৰি কমলাহঁতক ঘৰৰ ভিতৰলৈ নি ৰান্ধনি, পিয়ন আৰু বাইজনীক ওচৰলৈ মাতি আনি চিনাকি কৰি দিলে, “এইয়া মোৰ বাইদেউ। এইজনী বাইদেউৰ মাজু ছোৱালী জবা আৰু এইয়া আটাইতকৈ সৰু হীৰেন্দ্ৰ। তোমালোকে বাথৰুমত পানী-দুনি দিয়াগৈ। বায়ে পাকঘৰটো ভালকৈ মচি দিয়া এবাৰ—নহলে বাইদেউ তাত নোসোমায়। তাৰ পিচত গেষ্টৰুমটো এবাৰ চাই-চিতি দিবা।”



নিৰ্দেশমতে বনত ধৰিবলৈ তিনিও দিহা-দিহি গ'ল। বাছ ষ্টেচনৰ পৰা আহি সকলোৱে সুসজ্জিত ড্ৰয়িংৰুমত বহিছিল। কমলাহঁতৰ গাৱঁত থকা পৈত্ৰিক ঘৰখনো জাকত-জিলিকা আৰু তাতো আলহী বহিবলৈ সুন্দৰ দিহা আছে। কমলাৰ নিজৰ ঘৰখনো নিতান্ত পৰিমৰা নহয়। কিন্তু বিমলাৰ চহৰীয়া ঘৰৰ চাফ্-চিক্যৰ লগত সেইবোৰৰ তুলনাই নহয়। আহল-বহল ড্ৰয়িংৰুমটোত শৃঙ্খলাবদ্ধভাৱে সজাই থোৱা আছে স্প্ৰিং দিয়া চোফা-চকী, টিয়প-টেবুল, শান্তিনিকেতনী মুঢ়া, প্ৰকাণ্ড ৰেডিঅ', ৰেকৰ্ড-প্লেয়াৰ, কোনোবা চিত্ৰকৰৰ এবষ্ট্ৰেক্ট ছবি আৰু বিদেশী কোম্পানীৰ কেলেণ্ডাৰ, বহুত ইংৰাজী কিতাপ আৰু বহুত বিদেশী আলোচনী। চকী-মেজৰ দামী ঢাকোন, দুৱাৰ-খিৰিকীৰ দামী পৰ্দাবোৰেও আলহী কেইটিৰ কাৰণে আচহুৱা পৰিবেশ ৰচনাত সহায় কৰিছে।

বিমলাই জবা আৰু হীৰেনৰ ফালে চাই কলে, “তহঁততো কিছুদিন থাকিবই লাগিব। ইয়াত কিন্তু লগ-ভাগ নেপাবা। ডঃ ৰাওৰ ল'ৰা-ছোৱালী যোৱা মাহতে মাদ্ৰাজলৈ গ'ল। ডঃ ৰাৱো পৰহিকৈ যাব। গতিকে অকলেই থাকিব লাগিব।”

কমলাই সুধিলে, “ৰাওনো কোন?”

“ডঃ ৰাও আমাৰ ডিৰেক্টৰ। তেখেত অলপতে ৰাছিয়ালৈ যাব। সেই কাৰণে এতিয়া ময়েই টেম্পৰেৰীকৈ ইয়াত ডিৰেক্টৰ হোৱাৰ কথা। অ' পাহৰিছিলোৱেই কাইলৈ ডঃ ৰাওৰ কাৰণে মোৰ ঘৰত এটা পাৰ্টি হব। তই আহিলি ভালেই হ'ল বাইদেউ। তয়ো ৰন্ধা-বঢ়াত সহায় কৰিব লাগিব।”

“এ মই নোৱাৰো পাই!” কমলাই তৎক্ষণাৎ প্ৰতিবাদ কৰিলে। “ক'ৰ ৰাও-ফাও আহিব, মই কি ৰান্ধি খুৱাব পাৰিম? মই কথাই বা পাতিম কেনেকৈ?”

বিমলাই হাঁহি কলে, “পাৰিবি পাৰিবি, একো ভয় নাই। যিবিলাক আলহী আহিব সকলোৱে অসমীয়া কব পাৰে। বাৰু

এতিয়া ব'ল গা ধোৱ যদি ধোগৈ। মই চাহটোপা আজি কৰি খুৱাওঁ। পিচৰ কিদিন হলে তোৰ পাল— যি কৰ কৰিবি। আহ, তহঁত দুটায়ো ভৰি-হাত ধুবি হবলা নহয়?" এই বুলি জবাক এহাতেৰে সাৱটি ধৰি মাহীয়েকে ভিতৰৰ পিনে লৈ গ'ল। কমলা আৰু হীৰেন্দ্ৰ পাচে পাচে গ'ল।

তেওঁলোক পাচফাললৈ গ'ল। বেছ আহল-বহল চৌহদটো। পাকঘৰটো বেলেগ, কিন্তু দীঘলীয়া চালি এখনেৰে ঘাইঘৰৰ সৈতে সংযুক্ত। পাকঘৰৰ লগতে থকা এটা কোঠাত বিমলাৰ পিয়ন আৰু ৰান্ধনি থাকে। ডেকা ডেবেৰা চৰকাৰী পিয়ন। বিহাৰী ৰান্ধনি কিষণলালৰ বয়স চল্লিশ বছৰমান হব। প্ৰাক্তন চাহবন্নুৱা বাইজনীয়ে ঘাইঘৰতে সৰু কোঠা এটাত শোৱে। সিহঁতে কমলা, জবা, হীৰেনক ক'ত কি কৰিব লাগিব আগ্ৰহেৰে দেখুৱাই দিলে। পাচফালে আহল-বহল বাৰী এখনো আছে। বিমলাই কিষণলাল আৰু ডেবেৰাৰ সহায়ত তাত শাক-পাচলি কৰিছে। আগফালেও শৃঙ্খলাবদ্ধ ফুলনি কৰিছে। ইহঁত তিনিও বিমলাৰ বৰ ভক্ত যেন লাগিল। যেন তেওঁৰ সংসাৰবিহীন পৃথিবীখনত খাপ খাই পৰিছে। কমলাই ঘূৰি-পকি পাচফালটো চাই গা-ধুবলৈ বাথৰুমত সোমালগৈ। জবা আৰু হীৰেনে ভৰি-হাতেকে ধুলে।

বিমলাই বাইৰ সহায়ত নিজে চাহ-জলপান কৰি ডাইনিংৰুমত বায়েকহঁতক খুৱালে। জবাহঁতে ইয়াৰ আগতে টেবুলত বহি খাই পোৱা নাছিল। কমলাৰো অলপ সংকোচ হৈছিল ; কিন্তু বয়স আৰু অভিজ্ঞতাৰ গুণত সংযত হৈ চলি যাব পাৰিলে। জবা আৰু হীৰেনে কিন্তু বৰ লাজ কৰি কৰিহে খাব লগা হ'ল। মাহীয়েকে চাহ বাকি বাকি সিহঁতক উৎসাহ দি খুৱাবলৈ ধৰিলে। হীৰেনে এচকল কেক লৈ খালে। বিমলাই কলে, "আৰু এচকল খা।" সি সংকোচ কৰিলে, মাকেও বাধা দিলে, "নেলাগে নেলাগে, এডোখৰেই হ'ব।" এইবুলি মাকে পুতেকলৈ চালেও পোন্দোৱাকৈ। অৰ্থাৎ,



লোকৰ ঘৰত নিজৰ খকুৱালি দেখুৱাব নেপায়। কিন্তু বিমলাই কলে, "তুই বাধা নিদিবিচোন, খাবলৈ দে। তই খা বোপাই", এই বুলি তেওঁ নিজে কেকৰ প্লেটখন হীৰেনৰ আগত ধৰিলে।

কমলাই কলে, "তাৰ পেটৰ অসুখ নহয়, সেই কাৰণেহে কৈছো।"

"হওক, পেটৰ অসুখ বেছিকৈয়ে হওক, তেতিয়াহে ডাক্তৰে ভালকৈ চাই দিব পাৰিব। তহঁতে কফি খাবি নেকি ? এতিয়া চাহকে খা। কফি খোৱাৰ অভ্যাস নাই নহয় ? পিচত খুৱাম বাৰু।"

টীপটৰ পৰা চাহ বাকি থকা ভনীয়েকক উদ্দেশ্য কৰি কমলাই কলে, "তই এইবোৰ কৰিব পৰা হৈ আছনে ? বা কৰিবলৈ মন যায় নে ?"

বিমলাই প্ৰথমে নিৰৱে হাঁহিলে আৰু হাঁহি হাঁহিয়েই ভাগিনিয়েকহঁতলৈ চকুৰে ইংগিত কৰিলে মাকৰ কথাৰ অৰ্থৰ প্ৰতি, তাৰ পিচত কৃত্ৰিম গাম্ভীৰ্য্য চকু-মুখলৈ আনি কলে, "তই ভাবিছ মই মেম হৈ গলো বুলি নহয় ? বিলাতলৈ গলো বুলি, ছোৱালী হৈ চাকৰি কৰিলো বুলি মই কিবা তোৰ ভনীয়েৰ হৈ থকা নাই নেকি ? ময়ো গাৱঁলীয়া ছোৱালীহে। সৰুতে তোৰ লগত বন্ধা-বঢ়া কৰিবলৈ শিকিছিলো নহয়, সেইবোৰ কলৈ যাব ? এইবোৰ বিদেশী জলপান দিয়া দেখি তই বোধহয় ভাবিছ মই অসমীয়া জলপানৰ কথা পাহৰিলোৱেই। তই জাননে মই সদায় ৰাতিপুৱা বৰা চাউলৰ জলপান আৰু কলহে খাওঁ ?"

বিমলাই মালভোগৰ আথীটোৰ পৰা ডাঙৰ ডাঙৰ কল দুটাকৈ ছিঙি তিনিওৰে সমুখত থলে আৰু নিজে চাহ একাপ মাত্ৰ লৈ এচিকটি কেকেৰে খাবলৈ ধৰিলে। কমলাই ভনীয়েকক আৰু একো নকলে। নিৰৱে চাহ খাবলৈ ধৰিলে। এই চহৰত থকা, উচ্চ-শিক্ষিতা ছোৱালীবোৰক ঠিক বুজাই নেযায়। ইহঁতে কেতিয়া কি খাই, কি পিন্ধি, কি কৈ ভাল পায় ধৰিবই নোৱাৰি।

কথা কোৱাৰ প্ৰমাণটো ৰাতি কমলাই পালে।

* * *

গধূলিলৈ বেছি সময় নাছিল। ঘৰ, ফুলনি আৰু বাৰী ওপৰে ওপৰে বিমলাই দেখুৱালে। তাৰ পিচত বিমলাই জবা আৰু হীৰেনক মটৰত তুলি ফুৰাবলৈ লৈ গ'ল। বায়েককো লগ ধৰিছিল। কিন্তু কমলাই কলে যে তেওঁৰ ইয়াত চাবলগীয়া একো নাই, আগতে বহুতবাৰ আহি চাই গৈছে; তাৰোপৰি এতিয়া ফুৰিবলৈ গলে ৰন্ধা-বঢ়া কোনে কৰিব ?

বিমলাই কৈছিল, "তোক কেতিয়াবা মোৰ আই যেন লাগি যায় বাইদেউ! তই চাগে ইহঁতৰ কাৰণেই এনে হলি নহয় ?"

কমলাই অলপ ভৎ'সনাৰ সুৰত কলে, "কিনো কৰ অ' তই ? মই জানো ইহঁতৰ মাক নহওঁ ?"

"কথাটোহে কৈছো।"

কমলাই ভনীয়েকৰ চকুলৈ পোনে পোনে চাই থাকিল ঃ কথাই কথাই "কথাটোহে কৈছো" বুলি তেওঁলোকৰ মাকে কৈছিল, কমলাই সুধিলে, "আইৰ কথা তোৰ মনত পৰে ?"

"কিয় নপৰিব ? মাকৰ কথা কাৰ মনত নপৰে ? আৰু আমাৰ আইৰ সমান মাক কেইজনী আছে ?"

হঠাৎ মৃতা মাকৰ স্মৃতিয়ে কমলাৰ অন্তৰত আবেগ উথলাই আনিলে। তেওঁৰ ডিঙিত কিহবাই সোপা মাৰি ধৰিলে। চকু দুটা পানীৰে ভৰি পৰিব খুজিলে। কিন্তু ল'ৰা-ছোৱালী দুটা আৰু বাইহঁতৰ আগত দুৰ্বলতা প্ৰকাশ কৰিবলৈ ইচ্ছা নকৰি মুখ ঘূৰাই কলে, "যা তহঁত আহগৈ ফুৰি, দেৰি নকৰিবি, মই বাইৰ লগত কি কৰিব পাৰো চাওঁগৈ।" তেওঁ লৰালৰিকৈ ৰান্ধনি ঘৰৰ ফালে গুচি গ'ল। বিমলায়ো ঘটনাটো ভাগিনিয়েকহঁতক বুজিবলৈ নিদি দুয়োকে দুহাতে ধৰি হৈ-চৈ কৰি মটৰৰ ওচৰলৈ লৈ গ'ল।



কমলা-বিমলাৰ মাক-দেউতাক আজি কোনো নাই। যোৱা চাৰি বছৰৰ ভিতৰতে অগা-পিচাকৈ দেউতাক আৰু মাক ঢুকাইছে। বিমলা তেতিয়াও বিদেশতে। এজনকো শেষ সময়ত তেওঁ দেখিবলৈ নেপালে। তেওঁ দুয়োবাৰ অকলশৰে বিলাতত কান্দিব লগা হৈছিল। দুয়োবাৰ মৃত্যুৰ পিচতে খবৰ পাইছিল কাৰণে সিমান দূৰৰ পৰা অহাৰ কোনো অৰ্থ কোনেও দেখা নাছিল। তথাপি মাকৰ খবৰটো পাই তেওঁ বাউলী হৈ গুচি আহিবলৈ ওলাইছিল; বন্ধু-বান্ধৱেহে ধৰি ৰাখি বুজাইছিল যে পৰীক্ষালৈ আৰু অলপ দিন থকাত অযথা দেশলৈ গলে বিদেশলৈ অহাৰ সকলো উদ্দেশ্যই নষ্ট হৈ যাব।

মাকৰ মৃত্যুৰ পিচৰে পৰা পুৰণি ঘৰখনৰ প্ৰকৃতি সলনি হৈ গ'ল। দুজন ককায়েকে ঘৰৰ ভাৰ লৈ সা-সম্পত্তিৰ তদাৰক কৰিবলৈ লৈছিল। তেওঁলোকে ছোৱালী দুজনীক মাক-দেউতাকৰ নিচিনাকৈ আৰু ব্যৱহাৰ নকৰা হ'ল। বৌৱেকহঁতৰ প্ৰৰোচনা ইয়াৰ আঁৰত আছিল। নতুন আইনমতে ছোৱালীয়েও পৈতৃক সম্পত্তিৰ অংশ পায়। অঙহি-বঙহিৰ ধাৰণা যে সম্পত্তিৰ ভাগ দিব লাগিব বুলিয়েই জীয়ৰী দুজনীক ককায়েকহঁতে বেয়া চকুৰে চাবলৈ শিকিছে, টকা-পইচা নাই বুলি আৰু বহুত ধাৰ আছে বুলি কৈ থাকিব ধৰিছে।

এই অৱহেলা অনুভৱ কৰি কমলাই ঘৰলৈ যাবলৈকে এৰি দিলে। বিলাতৰ পৰা আহি বিমলায়ো অৱস্থাটো বুজিব পাৰি বায়েকৰ আগত গুজৰি-গুমৰি কৈছিল, "মই বৌহঁতক এশিকনি দিম ৰ। ককাইদেউহঁতকো দুআষাৰ শুনাই দিব লাগিব। মাটি-বাৰী আৰু কাৰবাৰৰ হিচাপটো মই উলিয়াই লওঁ। তাৰ পিচত ভাগ একোটা আমি বিচাৰিম।" তেতিয়া বায়েকে কৈছিল, "মোক নেলাগে বোপাইৰ সম্পত্তি। ঈশ্বৰৰ কৃপাত মোৰ দিন কেইটা দুখী দুখী অৱস্থাৰে চলি যাব। তই যি কৰ কৰি থাক। তোৰ গোটেই ভৱিষ্যৎটো পৰি আছে।"

অৱশ্যে বিমলায়ো আজিলৈকে একো কৰা নাই।

কিন্তু মাক জীয়াই থকালৈকে ককায়েক বৌৱেকহঁতৰ এনে মনোভাৱে বাহিৰত দেখা দিবলৈ সাহ কৰা নাছিল। মাকৰ মৰম, কৰ্তৃত্ব আৰু তেখেতৰ জৰিয়তে দেউতাকৰ স্মৃতিক অৱমাননা কৰিবলৈ তেওঁলোকৰ সাহ হোৱা নাছিল। মাকৰ মৃত্যুৰ লগে লগে যেন এটা যুগ, এখন জগৎ, এখন মৰমী সংসাৰৰ অৱসান হৈ গ'ল। সেই বাবেই মাকৰ কথা স্মৰণ কৰা মাত্ৰকে আজি দুই বায়েক-ভনীয়েকৰ আৱেগ উথলি উঠিছিল। প্ৰত্যেকৰে অতীতটো জীৱনৰ একোটা অবিচ্ছেদ্য অঙ্গ। মাকৰ স্মৃতিয়ে তেওঁলোকৰ অতীতটোক আজি চকুৰ আগত ভঁহাই তুলিলে। ই এক অবুজ, এক অব্যক্ত বেদনা।

কমলা ভাতত লাগিলগৈ। বাই, কিষণলাল আৰু ডেবেৰাই তেওঁক মা মা বুলি মাতি সহায় কৰিবলৈ ধৰিলে। ইমানবোৰৰ আৰু ইমান বয়সীয়াল সন্তানৰ মাতৃ হবলৈ কমলাৰ বৰ ভাল লগা নাছিল। কিন্তু সিহঁতৰ আন্তৰিকতাত মুগ্ধ হৈ বাধাও দিব নোৱাৰিলে। সিহঁতৰ এটা কথা দেখি তেওঁৰ বিশেষকৈ ভাল লাগিল: বিমলাক সিহঁতে বৰ ভাল পায়, কিন্তু তাকে এবাৰলৈকে মুখেৰে সেই কথা ব্যক্ত কৰা নাই; সিহঁতৰ সাধাৰণ কথা-বতৰাৰ পৰা সেইটো কিন্তু স্পষ্টভাবে ধৰিব পাৰি। ইয়াৰ পৰা সিহঁতৰ আন্তৰিকতা তেওঁ বুজিব পাৰিলে আৰু তেওঁৰ প্ৰতিও যে সিহঁতে আন্তৰিকতাৰেই আচৰণ কৰিছে সেইটো অনুভৱ কৰিলে।

কমলাই কলে, "মই পিচে তোমালোকৰ দৰে ৰান্ধিব নোৱাৰিম নহয়। মই আৰু অসমীয়া দুই এখন আঞ্জাহে কৰি খুৱাব পাৰিম।"

ৰান্ধনি কিষণলালে হেনা-হুচা অসমীয়াত কলে, "মা, আমাৰ আইদেউ চব খাব, লিকিন চব দিন হলে একখন নহয় একখন অচমীয়া তৰকাৰী লাগিবই। খাৰ, টেঙ্গা—যি হওক কুছ ভী নাহলে ঢেঁকীয়া ভাজি হলেও খাব। কিতিয়াবাতো খৰু মাছ পালে ঢেঁকীয়া আৰু ঔটেঙ্গা মিলাই সিদ্ধ কৰি খাব।"



"তুমি পিচে এইবোৰ খাব পাৰা নে নোৱাৰা? আমি সকতে গাৱঁত এইবোৰ খুব খাইছিলো।"

কিষণলালে কলে, "মোৰ ভী এইচবেই আজিকালি ভাল লাগে মা।"

"ডেবেৰাৰ একা?"

"টেঙা আঞ্জাখন খালে মোৰ ঘৰলৈহে মনত পৰে মা।"

"হয় নেকি?" বায়ে অলপ আঁতৰত মিচিক মিচিক হাঁহি আছিল।

"হয় মই ঘৰলৈ ওলালেই আমাৰ আইদেৱে কুঁজি-থেকেৰা, খৰিচা, বেতগাজ এইবোৰ বিচাৰি আনিবলৈ কয়। গাৱঁত ক'তনো সেইবোৰৰ লাগ বুলিলেই পায়। গতিকে ঘৰলৈ যোৱাৰ এসাপ্তহমান আগতে মই চিঠি লিখি সেইবোৰ বিচাৰি থবলৈ কওঁ।"

কমলা ৰন্ধা-বঢ়াত ব্যস্ত হৈ পৰিল। কিষণলালে দখল এৰি দি লাচনি-পাচনিত লাগিলি। ডেবেৰাই বজাৰ বা দোকানৰ পৰা ইটো-সিটো লগা বস্তু আনি দিয়াত আত্মনিয়োগ কৰিলে। বায়ে ঘৰ-দুৱাৰবোৰ শেহবাৰৰ কাৰণে চাক-চিকুণ কৰিবলৈ ধৰিলে।

কমলাৰ ৰন্ধা-বঢ়াত নাম আছে। ৰান্ধি আৰু খুৱাই তেওঁ আনন্দ পায় বুলি তেওঁক বহুতেই জানে। গতিকে আজি যদিও তেওঁ ৰান্ধনি কিষণলালৰ লগত আলোচনা কৰিহে ৰান্ধিবলৈ যা-যোগাৰ কৰিলে তথাপি তেওঁৰ কথাই বৰ্তি যাবলৈ ধৰিলে। কিষণে দেখিলে যে দুই-এপদ চাহাবী বা পছিমীয়া আঞ্জাৰ বাহিৰে কমলাই প্ৰায় সকলোখিনিকে জানে। গতিকে সি বিশেষ উচ্চ-বাচ্য কৰিব লগা নহলেই। কমলাই বস্তুৰ যোগাৰ আৰু ৰন্ধা কামো এনে দক্ষতাৰে কৰি যাবলৈ ধৰিলে যে কিষণে পিচলৈ মুখেৰেই মাতিব নোৱাৰা হ'লগৈ।

গধূলিৰ আন্ধাৰ ঘন হৈ আহিল। গৱেষণাগাৰ অঞ্চলটো চহৰৰ কেন্দ্ৰৰ পৰা নিলগত, উপকণ্ঠত। ইয়াত হাই-উৰুমি কম। অলপ দূৰ গলেই গাওঁ। পুৱা বা আবেলি পদূলি মূৰতে বৈ হাটলৈ যোৱা

খেতিয়কৰ ভাৰৰ পৰা শাক-পাচলি লব পাৰি। ঠাইডোখৰ নিজঞ্জাল। গৱেষণাগাৰ কৰ্তৃপক্ষই পকী আলিবোৰৰ ওপৰত লাইটৰ ব্যৱস্থা কৰি দিছে, নহলে গধূলিতে গোটেইখন ঘোপমৰা আন্ধাৰ হ'লহেঁতেন। নিচেই ওচৰেদি যোৱা ট্ৰাঙ্ক-ৰোডেদি অৱশ্যে লৰী-মটৰ গৈ থাকে।

এনে সময়তে ডেবেৰাই এবাৰ আহি কমলাক কলে, "মা পাগলা কাপ্তান আহিছে।"

"পাগলা কাপ্তান?" কমলা আচৰিত হ'ল।

"হয়। আছে পগলা এটা। আপোনাক লগ পাই যাব খুজিছে।"

"মোক লগ পাব খুজিছে? কিয়? মই চিনি নেপাওঁ, জানি নেপাওঁ, মোক কিয় বিচাৰিছে?"

কিষণলালে কলে, "কেপ্তেইন কুলকার্ণি মা, আমাৰ ইয়াৰ আপিচৰ চুপ্ৰিণটেন। আমাৰ আইদেউৰ লগত বৰ ভাল, ৰোজ আহে। আজ ভী আইদেউক বিচাৰি আহিছিল কিজানি।"

পকা তেলত পেলাই দিয়া পাচলিখিনি লৰাই লৰাই কমলাই কলে, "থ বোপাই, আইদেউক বিচাৰি আহিছে যদি নাই বুলি কগৈ। মই—"

"ক'ত? আমাৰ বাইদেউ ক'ত?"

অচিনাকি মুখৰ গলগলীয়া মাত শুনি কমলা উচপ্ খাই উঠিল। "কাপ্তান চাহাব আহিছে মা, আপুনি একো ভয় নকৰিব।"—ডেবেৰাই কলে। জোতাৰ কটপ্ কটপ্ শব্দ ওচৰ চাপি আহিবলৈ ধৰিলে। কমলাই হাত দুখন কাপোৰেৰে লৰালৰিকৈ মোহাৰি গাৰ কাপোৰ-কানি এনেয়ে অলপ ঠিক কৰি ললে আৰু মূৰৰ ওৰণিখনো অলপ টানি দিলে।

পাকঘৰৰ দুৱাৰমুখত কেপ্তেইন কুলকার্ণি থিয় হ'লহি। বগা পেণ্ট-চাৰ্ট পিন্ধা, চশমা লোৱা, প্ৰায় আদবয়সীয়া বগা মানুহজন। মূৰৰ চুলিও পকিবলৈ ধৰিছে। নিয়মীয়াকৈ ওখ আৰু গা-গাৰিও নিয়মীয়া। চকুৰে-মুখে এটা নম্ৰতা প্ৰথম দৃষ্টিতে চকুত পৰে।

মূৰ দোঁৱাই হাতযোৰ কৰি কমলালৈ এটা নমস্কাৰ জনাই তেওঁ কলে, "মই পাগলা কাপ্তান বাইদেও। কেপ্তেইন কুলকার্ণি—এতিয়া অৱশ্যে নামকটা চিপাহী"। কমলাই নিৰৱে প্ৰতি-নমস্কাৰ জনালে।

দুৱাৰমুখতে জোতাযোৰ খুলি থৈ কেপ্তেইন কুলকার্ণি পাকঘৰৰ ভিতৰ সোমাই আহিল। তেওঁৰ খোজ-কাটলত যেন অলপ অস্থিৰতা কমলাই লক্ষ্য কৰিলে, বোধকৰো এটুপি ধৰিয়েই আহিছে। তেওঁৰ পৰা ভালেখিনি আঁতৰতে বৈ কেপ্তেইন কুলকার্ণিয়ে আকৌ এবাৰ নমস্কাৰ জনাই কবলৈ ধৰিলে, "ডক্টৰ দুৱৰাই কৈছিল আপুনি আজি আহিব। সেইবাবে মই দেখা কৰিবলৈ আহিলো। মই মাৰাঠী মানুহ। অলপ অলপ অসমীয়া কবলৈ শিকিছো—বহুত ভুল হৈ যায়—কিন্তু এই কিষণলালতকৈ বহুত ভাল কব পাৰো। ডেবেৰা বৰ বদমাচ, নিশিকায়, খালি ধেমালি কৰে, পাগলা কয়। (কিষণ আৰু ডেবেৰাই মিচিক মিচিক হাঁহে।) ডঃ দুৱৰাৰ লগত আমাৰ বৰ ভাল। সেই কাৰণে আপুনি মোৰো বাইদেও। ল'ৰা-ছোৱালী দুটা অহাৰ কথা আছিল, ক'ত?" এইবুলি তেওঁ ইফালে-সিফালে চাবলৈ ধৰিলে।

কেপ্তেইন কুলকার্ণিৰ নম্ৰ, শান্ত-শিষ্ট কথা-বতৰাই কমলাক ভালেখিনি সাহ দিলে। তেওঁ কলে, "আহিছে। মাহীয়েকে ফুৰাবলৈ লৈ গৈছে। আপুনি বহক গৈ অলপ, ইহঁত আহি পায়হে লাগে।"

"মই এতিয়া নবহিম বাইদেও। ডঃ ৰাওৰ ঘৰত যাব লাগে। এটা কাম আছে। মই আকৌ আহিম। পাকঘৰত খুব ভাল গোন্ধ ওলাইছে! আপুনি এদিন মোক খুৱাবই লাগিব—মা যেনেকে খুৱায় তেনেকে। ই কিষণলালে খালি চাউলটো ফুটাব আৰু দাইলটো ফটাব জানে আৰু খালি দুই কিলোমান মচলা ঢালি দি তৰকাৰী

বনায়। আচ্ছা মই এতিয়া যাওঁ বাইদেও। আকৌ আহিম কালি। নমস্কাৰ।"

আকৌ নমস্কাৰ কৰি কুলকাৰ্ণি ওলাই গ'ল আৰু দুৱাৰমুখত জোতাযোৰ নিৱৰে পিন্ধি কটপ্‌ কটপ্‌কৈ শব্দ কৰি নিৰৱেই আঁতৰি গ'ল।

তেওঁ যোৱাৰ পিচত কিষণ-ডেবেৰাহঁতে যি জানে কেপ্তেইন কুলাকৰ্ণিৰ বিষয়ে কমলাক জনালে : মানুহজন এনেয়ে বৰ ভাল। মাত্ৰ মদটুপি বেছিকৈ খায়। সেই কাৰণে সকলোৱে পাগলা কাপ্তান বুলি জোকায়। দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত কেপ্তেইন হৈছিল। এইটো অফিচ আৰম্ভ হববে পৰা তেওঁ অফিচৰ চুপাৰিণটেণ্ডেণ্ট হৈ আছে। এটা কোৱাৰ্টাৰত অকলে থাকে। বিয়া-বাৰু কৰোৱা নাই। মহাৰাষ্ট্ৰত কোন কোন আছে ভালকৈ কোনেও নেজানে। আহিবৰ পৰা ঘৰলৈ যোৱা কোনেও দেখা নাই। বৰ ফুৰ্ত্তিবাজ মানুহ। মুখেৰে কেতিয়াবা কেতিয়াবা টান কথা কলেও অন্তৰখন বৰ কোমল বুলি সকলোৱে জানে। এনেকুৱা এজন মানুহ যে মিলিটেৰীত আছিল দেখিলে ধৰিবই নোৱাৰি।

ৰাতি খাই-বৈ উঠি বায়েক-ভনীয়েকে কথা পাতিছিল। জবা আৰু হীৰেন শুলে। বিমলাৰ কোঠাতে দুয়ো বহিছিল। বনকৰা মানুহকিটাই বাহিৰত তেতিয়াও কিবাকিবি কাম কৰি থকাৰ উমান পোৱা গৈছিল। কমলাই ভনীয়েকৰ প্ৰকাণ্ড বিছনাখনতে দীঘল দি আছিল। বিমলাই ওচৰতে হেলনীয়া চকী এখনত বহি উল গুথি আছিল। সেই উলৰ কামৰে ইংগিত কৰি বায়েকে সুধিলে, "তোৰ এইবোৰ কৰিবলৈ এতিয়াও মন যায় নে?"

বিমলাই শলা চলোৱা স্থগিত ৰাখি বায়েকৰ ফালে চাই কলে, "তহঁতেনো মোক কি বুলি ভাব? মই ছোৱালীজনী কিবা এটা বেলেগ বস্তু হৈ গলো বুলি তহঁতে কিয় ভাবিছ? বিলাতত মেমবোৰে উল নুগুথে বুলি ভাবিছ নেকি? মইতো মেমো নহওঁ।"



অলপ অপৰাধবোধৰ হাঁহি মাৰি কমলা মনে মনে থাকিল। এনেকুৱা এটা প্ৰসঙ্গ অথনিও ওলাইছিল। গতিকে কমলাই এইদৰে নকলেও হলহেঁতেন। বিমলাই আকৌ শলা গুথাত মন দিলে। ক্ষন্তেক পৰ নিস্তব্ধতাৰে পাৰ হৈ গ'ল। বিমলাৰ অনুমান হ'ল যে বায়েকৰ প্ৰতি তেওঁ অলপ কৰ্কশ কথা কলে। গতিকে প্ৰসঙ্গ সলনি কৰি পৰিবেশটো পাতলাবৰ মনেৰে তেওঁ লাহেকৈ সুধিলে, "পগলা কাপ্তানৰ লগত কি কথা পাতিলি অথনি?"

কমলা কিন্তু ক্ষুণ্ণ হোৱা নাছিল। তেওঁ বেছ আগ্ৰহ সহকাৰেই উত্তৰ দিলে, "মানুহজনক বৰ ভাল লাগিল বুইছ? বৰ বেছি কথা একো পতা নাই। এনেয়ে খবৰ ললে, ইহঁতহালক চাব খুজিছিল, মোৰ ৰন্ধা এসাজ ভাত খাম বুলি কলে—এইবোৰ। ইমান ভদ্ৰ আৰু নম্ৰ মানুহ মই দেখাই নাই। মুঠতে বৰ ভাল লাগিল। মদ বৰকৈ খায় বুলিয়েই বেয়া বুলিব নোৱাৰি যেন লাগিল।"

কমলাই যেন অনৰ্গল কেপ্তেইন কুলকাৰ্ণিৰ গুণ গাইহে যাব এতিয়া। বিমলাই উল গুথিবলৈ এৰি অবাক হোৱাৰ দৰে বায়েকৰ ফালে চাই আছিল। বায়েকৰ কথাৰ মাজতে এবাৰ মাত লগাই দিলে, "এঁ! তই তেনে পগলা কেপ্তেইনত মন খাই গলিয়েই? যা, ইমানদিনে মইহে তাক বিয়া কৰাম বুলি ভাবি আছিলো। একো নহবগৈ দেখিছো!"

"ধেৎ এইজনী!" কমলা ৰঙা-চিঙা পৰি গ'ল। তেওঁ উঠি বহিল। কাপোৰ-কানি এনেয়ে ঠিক কৰি ললে। বিমলাই হো-হো কৰে হাঁহিবলৈ ধৰিলে। উল আৰু শলা আঁতৰাই থৈ তেওঁ সেইদৰে হাঁহি হাঁহিয়েই বায়েকক সাৱটি ধৰিলে। যেন পৰম বান্ধৱীৰ লগতহে এনে আচৰণ কৰিছে।

বায়েকে অস্বস্তি বোধ কৰাৰ যথেষ্ট কাৰণ আছিল। তেওঁ বিবাহিতা, থাকে গাৱঁত। নগৰীয়া জটিলতাৰ লগত তেওঁৰ পৰিচয় নাই। এনেয়েও সৰুৰে পৰা কমলা বিমলাতকৈ ভালেখিনি সৰল।

যিহক আধুনিক প্ৰগলভতা বুলিব পাৰি সেইখিনি কমলাৰ মাজত গঢ়ি উঠা নাছিল। গাৱঁত তাৰ প্ৰয়োজনো নাছিল।

"তই বেয়া পালি নেকি বাইদেউ? মই ভিনদেউৰ কথা পাহৰিয়েই গৈছিলো।"

"তই বহুত কথাই পাহৰ।"

"তোৰ নিশ্চয় খং উঠিছে।" এহাতেৰে বায়েকক সাৱটি ধৰি থাকি ইখনেৰে গালে-মুখে হাত বুলাই বিমলাই কলে, "তোৰ পাগলী ভনীয়েৰৰ কথাত খং নেখাবি বাইদেউ। ঘৰলৈ গৈ লাগিলে গালি পাৰি চিঠিকে লিখিবিগৈ। তেও ইয়াত বেয়া পাই মোৰ তহঁতক পাই পোৱা আনন্দখিনি পণ্ড কৰি নিদিবি। মই পাগলী হলেও তোৰ যে আচল ভনী এই বিষয়ে তোৰ নিশ্চয় সন্দেহ নাই।"

কমলায়ো এই এটা কথাৰ কাৰণে ভনীয়েকৰ ওচৰলৈ অহাটো মাটি কৰি পেলাব নুখুজিলে। বৰং ভনীয়েককো অলপ জোকাই চাই নিজকে অস্বস্তিৰ পৰা উদ্ধাৰ কৰিবহে খুজিলে। তেওঁ নিজকে চম্ভালি লৈ কলে, "তোৰনো পিচে কি মতলব? বিয়া-বাৰু নকৰাৰ নেকি? নে পগলা কেপ্তেনকে ধৰিব খুজিছ?"

বিমলাই কৃত্ৰিম বিষাদৰ ভাব দেখুৱাই কলে, "পগলাক ধৰিলে কি হব! সি কাকো বিয়া নকৰায় বোলে। কৰাব নোৱাৰে হেনো—কাৰণ মনে মনে তাৰ বিয়া কেতিয়াবাই হৈ গ'ল। মাত্ৰ ছোৱালীজনীহে সি আনিব নোৱাৰিলে।... বাৰু বাদ দে তাৰ কথা। কাইলৈ পাৰ্টিত দেখিবি নহয় তোৰ ভনীজোঁৱাই হবলৈ কিমান ডেকা-বুঢ়া ওলাইছে। মোৰ বাছোতে বাছোতে গেলা বৰালিতে হাত পৰিব লগা অৱস্থা।"

কমলা অলপ সময় তভক মাৰি ৰ'ল। ভনীয়েকৰ পাৰ্টিতনো কেনেকুৱা কেনেকুৱা মানুহ ওলাব পাৰে মনতে এবাৰ চিন্তা কৰি চালে। অলপ ভয়ো লাগিল। কাৰণ কেপ্তেইন কুলকাৰ্ণিয়ে যিটো



নমুনা দেখুৱাইছে তাৰ পৰা এজুম তেনেকুৱা মানুহৰ সমুখীন হোৱা তেওঁৰ পক্ষে বৰ সহজ নহব যেন লাগিল।

শেষত তেওঁ সুধিলে, "কাপ্তানৰনো সেইখন কি ধৰণৰ বিয়া হ'ল?"

"ময়ো ভালকৈ বুজি নেপাওঁ। সি নিজেহে কোৱা কথা।" বিমলাই সৰুকৈ হুমুনিয়াহ এটা পেলাই কবলৈ ধৰিলে: "সৰুতে সিহঁতৰ ঘৰৰ ওচৰতে এজনী ছোৱালী আছিল হেনো। চেঙেলীয়া বয়সত সেই শান্তি নামৰ ছোৱালীজনীকে হেনো সি বিয়া কৰাম বুলি ঠিক কৰিছিল। শান্তিয়েও কথা দিছিল। কুলকাৰ্ণিয়ে তেতিয়া মেট্ৰিক দি উঠিছে মাত্ৰ। পিচে হঠাৎ কিবা বেমাৰ হৈ ছোৱালীজনী মৰিল—বয়সো তাইৰ নিচেই কম আছিল। সি হেনো বৰ আঘাত পালে। সেই বেজাৰতে সি ঘৰকে এৰিলে—মিলিটেৰীত সোমাল। পিচলৈ অৱশ্যে দুখ পাতলি আহিল। যুদ্ধ লাগিলত সি বাৰ্মা পালেগৈ। তাতে সাধাৰণ মাদ্ৰাজী মানুহ এঘৰত সি এজনী ছোৱালী আবিষ্কাৰ কৰিলে। কুলকাৰ্ণিৰ মগজত সোমাল যে সেইজনীয়েই শান্তি—নতুনকৈ জন্ম লৈছে। দেখিবলৈ হেনো অবিকল একে—বয়সো হিচাব কৰি চাই দেখিলে যে শান্তি মৰি আকৌ জন্ম ললে ঠিকেই হব। কিবা ভাল দেখি এইজনী ছোৱালীয়েও কুলকাৰ্ণিৰ প্ৰতি মন দিবলৈ ধৰিলে। দুখীয়া মাক-বাপেকে ছোৱালীৰ কিবা গতি লাগিব বুলি মনে মনে আশা কৰিবলৈ ধৰিলে। এই সময়তে বোধহয় আমাৰ পগলা কাপ্তান আচল পগলা হবলৈ আৰম্ভ কৰিলে। তাৰ বদ্ধমূল ধাৰণা হ'ল যে এইজনী তাৰ শান্তি হয়েই। তাৰ শান্তিক সি আকৌ ঘূৰাই পালে। এইবাৰ সি বিয়া পাতিব। আগৰ শান্তিক সি পাহৰিব পৰা নাছিল, পাহৰাটো বেয়া হ'ব বুলিও ভাবিছিল হবলা। সেইবাবে এইজনী ছোৱালীকে আচল শান্তি বুলি সি ভাবিবলৈ ভাল পালে। কিন্তু তাৰ কপালখনেই বেয়া। সময়টো বৰ বেয়া আছিল। বোমাৰ কোবত মানুহবোৰ পলাবলৈ ধৰাত মাক-বাপেকৰ

সৈতে ছোৱালীজনীও পলাব লগাত পৰিল। কুলকাৰ্ণিয়ে বাধা দিব নোৱাৰিলে—বাধা দিয়াৰ অৰ্থও নাই—কাৰণ সিতো জাপানী বোমাৰ পৰা সিহঁতক ৰক্ষা কৰিব নোৱাৰে। গতিকে ভাৰতত লগ পাবগৈ বুলি সি সিহঁতক বিদায় দিলে। কিন্তু ৰেংগুণৰ সীমা এৰাৰ পিচতে এটা বৰ্মী ডকাইতৰ দলৰ হাতত পৰি ছোৱালীজনীয়ে প্ৰাণ হেৰুৱালে। আন আন ভাৰতীয় মানুহৰ লগত সিহঁতে আহি আছিল। টকা-পইচাৰ লোভত ডকাইতৰ দলে সিহঁতে থকা মানুহখিনিৰ ওপৰত আক্ৰমণ কৰিলে। কেনেবাকৈ ছোৱালীজনীৰ গাত গুলী লাগিল। আন আন মানুহো মাৰিছিল। কুলকাৰ্ণিয়ে খবৰটো পাইছিল কোনোবা মিলিটেৰী বন্ধুৰ পৰা, যি ডকাইত দলক খেদি গৈছিল। খবৰ পাই সি গৈ চাই আহিছিল। দুখ মনেৰে সি ছোৱালীজনীৰ শটো পুতি থৈছিল। বাকীবোৰ মানুহ পলাইছিল—মাক-বাপেকো। সেই তেতিয়াঁৰে পৰা মানুহটোৱে আৰু আন কোনো তিৰোতা মানুহৰ কথা ভাবিব নোৱাৰা হ'ল। তাৰ হেনো একোবাৰ ভাব হয় যে প্ৰথমজনী শান্তিয়ে তাক শাস্তি দিবৰ মনেৰেই ইজনীক এইদৰে মৰোৱালে। কিন্তু পিচ মুহূৰ্ত্ততে হেনো সি ভাবে যে সেইটো হবই নোৱাৰে, সি ভুল কৰিব নোৱাৰে, দ্বিতীয়জনী ছোৱালীৰ মাজত সি তাৰ শান্তিকেই বিচাৰি পাইছিল। আচলতে সি কথাটো থিৰ কৰিবই পৰা নাই। সেইবাবে মদ খাই তাক পাহৰিবলৈ চেষ্টা কৰে। কেতিয়াবা হেনো পাপ কৰা যেন লাগে, কেতিয়াবা আকৌ একো পাপ কৰা যেন নেলাগে।"

তন্ময় হৈ কেপ্তেইন কুলকাৰ্ণিৰ কাহিনী শুনি থকা কমলাই দীঘলকৈ হুমুনিয়াহ এটা পেলালে। মানুহৰ মনত কিমান ধৰণৰ যে বুজিব নোৱাৰা কথা সোমাই নেথাকে!

ৰাতি বহুত হ'ল বুলি বিমলাই বায়েকক শুবলৈ যাবলৈ কলে। ডাঙৰ ঘৰটোত তেতিয়া আৰু কোনো সাৰে থকা নাছিল। নগৰৰ এমূৰীয়া এই অঞ্চলটো এনেয়েও নিজান। ৰাতি অকলে বাহিৰলৈ



ওলাবলৈ এলা-পেচা মানুহৰ ভয়েই লাগে। দুফালে দুখন বিছনাত পৰি কিন্তু বায়েক-ভনীয়েক কাৰো চকুলৈ বহুত পৰলৈকে টোপনি অহা নাছিল। কুলকাৰ্ণিৰ বেদনাৰ কাহিনীয়ে দুয়োকে অভিভূত কৰি পেলাইছিল। বিমলাই যদিও এই কাহিনী আগৰে পৰা জানে তথাপি নিজে সজাই-পৰাই আকৌ এবাৰ কওঁতে এই জটিল নাটকীয় ঘটনাৰ মাজত যেন তেওঁ নিজকে শুমুৱাই দিছিল। কমলাৰ কাৰণে এইটো এক আচৰিত ঘটনা। বেলেগ বেলেগ সময়ত বেলেগ বেলেগ ঠাইত বেলেগ বেলেগ জাতৰ ঘৰত ওপজা দুজনী ছোৱালীক একেজনী বুলি ভাবিবলৈ যোৱাটো বলীয়ালিৰ বাহিৰে একো নহয়। কথাটো দেখাতেই অসম্ভৱ। কিন্তু কুলকাৰ্ণিয়ে যি পৰম বিশ্বাসত ইয়াক গ্ৰহণ কৰিছে তাকো একে আষাৰে উলাই কৰিব নোৱাৰি। জন্মান্তৰ নাই বুলি কমলাই কব নোৱাৰে। বয়সৰ লেখত ভুল বিশেষ নাই যেতিয়া শান্তিয়েই মৰি পুনৰ জন্ম গ্ৰহণ কৰাটোনো কি আচৰিত কথা? কিন্তু কুলকাৰ্ণি ইমান নিশ্চিত হ'ল কেনেকৈ? সেইটোৰ কোনো ব্যাখ্যা নাই। তেওঁৰ বিশ্বাসেই তেওঁৰ সত্য। সেই সত্যকে লৈ তেওঁ সন্তুষ্ট। সেই কাৰণেই তেওঁ পগলা। মদ খাই পগলা নাম পোৱাটো এটা আকস্মিক ঘটনা মাত্ৰ।

যি হওক মানুহটোক সহানুভূতি দেখুৱাবই লাগিব। এটা সততাৰ কাৰণে এইদৰে বলীয়ালি কৰা মানুহনো সংসাৰত কেইটা আছে? মদাহী হলেও প্ৰথম দেখাতে মানুটোক অথনি গধূলি ভাল ভাল লগাত কমলা নিজৰ ওপৰতে সন্তুষ্ট হ'ল। মানুহ চিনা বৰ টান। কেতিয়াবা আচৰিত পৰিস্থিতিত চিনিব পাৰিলে ভাল লগাৰে কথা। কেপ্তেইন কুলকাৰ্ণিৰ কথাকে ভাবি ভাবি তেওঁ শেষত টোপনি গ'ল।

* * * *

দিনটো পাৰ হৈ গ'ল।

বিমলা ৰাতিপুৱা কামলৈ যাব লাগে। কিন্তু হীৰেন্দ্ৰক ডাক্তৰৰ ওচৰলৈ নিব লাগে কাৰণে অলপ পলম কৰিব লগাত পৰিল। তাতে গধূলি পাৰ্টি আছে কাৰণে তেওঁ কিষণলাল আৰু ডেবেৰাক মাতি আনি বজাৰৰ তালিকা কৰি সকলো বস্তু আগবেলাতেই আনিবলৈ পইচা আৰু নিৰ্দেশ দিলে। বায়েকৰ লগতো আলোচনা কৰিলে কি কি ৰান্ধিব। কমলাই নোৱাৰো-নোৱাৰো কৰিছিল, বিমলাই কাণ নিদিলে, কলে যে অসমীয়া আঞ্জাৰ জুতি আটাইৰে মুখত লাগিব, তথাপি কোনো যাতে অসন্তুষ্ট নহয় তাৰ কাৰণে কিষণলালে পোলাও-চোলাও দুই-এপদ বিশেষভাৱে ৰান্ধি দিব। একো চিন্তাৰ কাৰণ নাই। কমলাই আৰু না কৰিব নোৱাৰিলে।

জবা, হীৰেন্দ্ৰ আৰু কমলাক মটৰত লৈ বিমলা ডাক্তৰৰ ওচৰলৈ গ'ল। ডেকা ডাক্তৰ ৰথীন ভট্টাচাৰ্য্যই নতুনকৈ ক্লিনিক খুলি ব্যৱসায় আৰম্ভ কৰিছে। কলেজত বিমলাৰ লগত একেলগে পঢ়িছিল। ৰথীন ভট্টাচাৰ্য্যই জেনেৰেল প্ৰেক্টিচনাৰ হিচাবে বেছ নামেই কৰিছে। এক্সৰেৰ বাহিৰে আন সকলো পৰীক্ষাৰে ব্যৱস্থা কৰি তলতীয়া ডাক্তৰ এজনক ভাৰ দিছে। অফিচ চলাবলৈ দুজন কৰ্মচাৰীৰ উপৰি দুজনী নাৰ্চো নিয়োগ কৰিছে—তেওঁলোকে শৰীৰৰ ওজন, ব্লাডপ্ৰেছাৰ, তেজ ৰখা আদি সৰু-সুৰা কামত ডাক্তৰক সহায় কৰে। দূৰ-দূৰনিৰ পৰা মানুহ আহে ডাক্তৰ ভট্টাচাৰ্য্যক দেখুৱাবলৈ। কেতিয়াবা সময় মিলাব নোৱাৰি কোনো কোনো ৰোগী হোটেলত ৰাতি কটাব লগীয়া হয়। গতিকে ডাঃ ভট্টাচাৰ্য্যৰ ক্লিনিকত বৰ ভিৰ হয়।

কিন্তু ডাক্তৰ ভট্টাচাৰ্য্য বিমলাৰ বন্ধু মানুহ, সহপাঠী। গতিকে দেখা কৰিবলৈ বৰ টান নহ'ল। ডাক্তৰ আহি পাইছিলহে ইতিমধ্যে ৰোগীৰ ভিৰ হলেই। দোকানত কিউ কৰিব লগাৰ দৰে যাৰ নাম আগতে ৰেজিষ্টাৰ কৰা হয় তেওঁকহে আগতে ডাক্তৰে চোৱাৰ নিয়ম। বিমলাই এটা কায়দা কৰিলে। যেন নিয়ম-কাৰণ



একো নেজানেহে এনে ভাবত তেওঁ "ক'ত, ডাক্তাৰ চাহাব ক'ত" বুলি হৈ-চৈ কৰি বায়েক-ভাগিনিয়েকহঁতক লৈ পোনচাটেই ডাক্তৰ বহা ভিতৰৰ কোঠা পালেগৈ। নাৰ্চ-কৰ্মচাৰীয়ে তেওঁক আগৰে পৰা চিনি পায়। গতিকে ডাক্তৰ চাহাবৰ "বন্ধুৰ" ক্ষেত্ৰত বৰকৈ নিয়মৰ ধাৰ নাধাৰে।

ডাঃ ভট্টাচাৰ্য্যয়ো এইকণ নিয়ম-ভঙ্গক ক্ষমাৰে গ্ৰহণ কৰে, এনেয়ে হলে তেওঁ নিয়ম ৰক্ষা কৰাটোকে বিচাৰে, এই বিষয়ত কঠোৰো। আজি তেওঁ বিমলাক দেখিয়েই কৈ উঠিল, "আৰে কি খবৰ? ৰাতিপুৱাই দল-বল লৈ—বহক বহক—ভাইটি, ভনটী ক'ত বহিবা? আপুনি বহক।"

বিমলাই কলে, "এজন প্ৰকাণ্ড পেচেণ্ট লৈ আহিছো। বহুত দিনৰ বেমাৰী। আপুনি কিন্তু দুদিনতে ভাল কৰি দিব লাগিব।" তাৰ পিচত তেওঁ ডাক্তৰৰে সৈতে সকলোৰে পৰিচয় কৰি দিলে। ডাক্তৰে নমস্কাৰ কৰি ড্ৰয়াৰৰ পৰা এটা টেমা উলিয়াই খুলি তামোল উলিয়াই কমলালৈ আগবঢ়াই দিলে। বায়েক-ভনীয়েক দুয়ো দুখন খালে। ডাক্তৰেও এখন মুখত ভৰাই কলে, "বাইদেউ! আপুনি মিছ দুৱাৰৰ বাইদেউ যেতিয়া মোৰো বাইদেউ। চিনাকি হৈ ভাল পালো।"

বিমলাই টিপ্পনী দিলে, "ডাক্তৰৰ কথাত তই ভোল নেযাবি বাইদেউ। এওঁ কথাৰেই ভুলাই গোটেইখন বেমাৰী ইয়ালৈ টানি আনিছে। ৰোগীক তামোল খুৱাইছে দেখিছ নে নাই? এইটোও এটা কৌশলহে।"

ডাঃ ভট্টাচাৰ্য্যই কলে, "বাইদেউ, শুনিলেই নহয় মোৰ বিদ্যাৰ কথা? এতিয়ানো আপুনি কি সাহসত ল'বাৰ বেমাৰ দেখুৱাব?"

কমলাই কোনোমতে কলে, "তাই কথা অলপ বেছিকৈ কয়েই। কিন্তু মই তাইৰ ওপৰত নিৰ্ভৰ কৰিছো যেতিয়া তাই নিশ্চয় ভাল ডাক্তৰৰ ওচৰলৈকে মোক আনিব।"

"বঢ়িয়া কলি বাইদেউ !"

ডাক্তৰে কলে, "মই সকলোকে তামোল নেযাচো। কিন্তু অসমীয়া মানুহৰ তামোল যচাটো এটা ভদ্ৰতা। তাতে মই নিজেই তামোল অলপ-অচৰপ খাওঁ—গতিকে আলহী-তুলহী, বন্ধু-বান্ধৱ আহিলে যাচো।"

তাৰ পিচত ৰোগী পৰীক্ষা কৰা হ'ল। ডাক্তৰে মৰম কৰি হীৰেন্দ্ৰক ওচৰত বহুৱাই লৈ নানান কথা সুধিবলৈ ধৰিলে। উত্তৰ দিয়াত মাকেই বেছি কথা যোগ দি দিলে। শুৱাই লৈ পেটটোও টিপি-টাপি চালে, দুখ পায় নেকি সুধিলে—তাৰ পিচত ঘোষণা কৰিলে "একো বেমাৰ নাই, চব ঠিক আছে।"

বিমলাই কৈ উঠিল, "অ' ইয়ালৈকে হবলা বাইদেৱে গাৱঁৰ পৰা বাছত ইইঁতক লৈ আহিল? একো বেমাৰ নাই যদি—"

ডাক্তৰে বাধা দি কলে, "ৰ'ব ৰ'ব, সামান্য কিবা আছে। মই দিহা দিম নহয়। তাৰ আগতে ষ্টুল, ইউৰিণ, ব্লাড টেষ্ট কৰাই লওঁ। তেতিয়া কিবা থাকিলেও জইন মৰিব।"

"অ' তাৰ মানে আৰু এগাল টকা খৰচ?"

"মিছ দুৱৰা, আপোনালোকৰ পৰাই যদি দুটা পইচা নেপাওঁ তেন্তে আমি দুখীয়া ডাক্তৰবোৰে বাৰু তৰো কেনেকৈ?"

স্থান-কাল-পাত্ৰ পাহৰি গৈ বিমলাই হো-হো কৰে হাঁহি কৰলৈ ধৰিলে, "বাইদেউ, এই দুখীয়া ডাক্তৰৰ নামত এই বছৰ কিমান টকা ইনকম্ টেক্স লগাইছে জাননে?"

ডাঃ ভট্টাচাৰ্য্যই হাতযোৰ কৰি কলে, "মিছ দুৱৰা! দয়া কৰক! ইমান ডাঙৰকৈ কলে ইনকম্ টেক্সৰ কোনোবা মানুহে শুনিব পাৰে। হৈ-চৈ শুনিলে ডাক্তৰেই মৰিল হবলা বুলি মোৰ ৰোগী সকলো পলাই ফাট মাৰিব পাৰে।"

হীৰেন্দ্ৰক চোৱা পৰ্ব সিমানতে সামৰা হ'ল। বিমলাই টকা উলিয়াইছিল। ডাক্তৰে কলে যে বাকীবোৰ পৰীক্ষাও হৈ যাওক, একেবাৰেই প্ৰেচক্ৰিপচন লৈ পইচা দিব—"তেজ আজিয়েই দি যাওক।" পিচত বিমলাই বায়েকক কৈছিল যে তেওঁৰ পৰা ডাঃ ভট্টাচাৰ্য্যই কেতিয়াও পইচা নলয়। কিন্তু সেই কাৰণেই যদি আন ডাক্তৰক দেখুৱাবলৈ যায় তেন্তে আকৌ বৰ বেয়া পায়—কয়, "কেলৈ আহিবনো বেয়া ডাক্তৰৰ ওচৰলৈ!"

বাটত মটৰত কমলাই মন্তব্য কৰিলে, "বৰ ভাল যেন লাগিল অ' মানুহজনক।"

বিমলাই লাহেকৈ শলাগি থলে, "অঁ ভালেই। গধূলিকৈ পাৰ্টিলৈ আহিব।" ব্যস্ত হৈ আহিব ধৰা যান-বাহন-বাটৰুৱাৰ মাজেদি সাৱধানে গাড়ী চলোৱাত মনোনিবেশ কৰাৰ দৰে কিছু সময় মনে মনে থাকি পিচত তেৱেঁই আকৌ কলে, "ডাক্তৰ হিচাবে ভট্টাচাৰ্য্য বৰ চোকা মানুহ। বৰ দুখীয়া মানুহৰ ল'ৰা আছিল। এতিয়া দিনে-ৰাতিয়ে দুহাতেৰে ধন ঘটিছে। মানুহে কয় তেওঁৰ ক্লিনিকটো টকা তৈয়াৰ কৰা কাৰখানাহে। মানুহটোৰ কিবা এটা ডাঙৰ কাম কৰাৰ ইচ্ছা যিটো কৰিলে দহজনে প্ৰশংসা কৰিব। কিন্তু কি যে কৰিব আজিলৈকে ঠিকেই কৰিব পৰা নাই। কেতিয়াবা কয় বহুত টকা ঘটি লৈ এটা প্ৰকাণ্ড হস্পিটেল কৰিব। কেতিয়াবা কয় ৰাজনীতি কৰি ইলেকচনত উঠি দেশৰ কাম কৰিব। কেতিয়াবা কয় অসমৰ সকলো গাওঁ আৰু নগৰতে স্বাস্থ্যৰক্ষা সম্বন্ধে আমাৰ মানুহক শিক্ষা দিবলৈ বিৰাট আঁচনি এখন হাতত লব। কেতিয়াবা কৰিবলৈ একোকে ঠিক কৰিব নোৱাৰি গোমোঠা মাৰি বহি থাকে।"

কমলাই সুধিলে, "বিয়া-বাৰু কৰালে নে নাই?

"কেলৈ, টকা-পইচা হোৱা দেখি ভনীয়েৰকে গতাব খোজ নেকি?"

"তোৰ যে আৰু কথাবোৰ!"

ভনীয়েকে হাঁহি কলে, "শুন মই কওঁ। বিয়া তেওঁ কৰোৱা নাই। আমি ডাক্তৰৰ বিষয়ে এইদৰে কওঁ : মাহটোৰ প্ৰথম সপ্তাহ

তেওঁ তেওঁৰ পাতিব খোজা বিৰাট হস্পিটেলখনৰ বিৰাট ডাক্তৰ; দ্বিতীয় সপ্তাহত দেশৰ মেডিকেল মিনিষ্টাৰ; তৃতীয় সপ্তাহত নাম ফাটি-ফুটি যোৱা সমাজসেৱক; চতুৰ্থ সপ্তাহত তেওঁ বিয়াৰ কথা ভাবে কিন্তু এই বিষয়তো একো স্থিৰ কৰিব নোৱাৰে।"

"ধেৎ নেপায় তেনেকৈ কব।"

বায়েক-ভাগিনিয়েকহঁতক ঘৰৰ সমুখত নমাই থৈ বিমলা অফিচলৈ মটৰ দৌৰাই গুচি গ'ল।

কমলাই কাপোৰ-কানি সলাই পাকঘৰ পালেগৈ আৰু বাইৰ সৈতে লগ-লাগি বন্ধা-বঢ়াৰ দিহা কৰিবলৈ ধৰিলে। ল'ৰা-ছোৱালী দুটাকো কিবা অলপ অলপ খাবলৈ দি বহি অলপ জিৰাই লবলৈ কলে। সিহঁতে ঘৰটোত পিট-পিটাই ফুৰি কিতাপ-আলোচনী টানি উলিয়াই পাত লুটিয়াবলৈ ধৰিলে। এটা কিতাপৰ আলমাৰিৰ ভিতৰত দুখন বেডমিন্টন ৰেকেট আৰু এটা পুৰণা কক্ পাই দুয়ো আগ-চোতাললৈ গৈ তাকে খেলিবলৈ ধৰিলে। বজাৰৰ পৰা আহি ডেবেৰাই তাকে দেখি মিচিক কৰে হাঁহি নিবৰে ভিতৰলৈ গৈ কৰবাৰ পৰা নেট্ এখনো উলিয়াই আনিলেগৈ আৰু এফালে ঘৰৰ খুটা এটাত আৰু আনফালে শেৱালি এজোপাত বান্ধি খেলিবলৈ লগাই দি কলে যে আইদেৱে আগতে ঘৰতে এইবোৰ খেল পাতিছিল, পিচে আজিকালি খেলিবলৈ সময় নোপোৱা হ'ল।

দুপৰীয়া বিমলা ভাত খাবলৈ আহিলত বায়েক-ভনীয়েকৰ মাজত বন্ধা-বঢ়া সম্বন্ধে পুনৰ পুংখানুপংখকৈ আলোচনা হ'ল। ঘৰৰ-পৰৰ সকলো মিলি মুঠতে কুৰিজনমানলৈ ৰান্ধিলেই হৈ যাব। কি কি আইটেম হব তাকো ঠিক কৰা হ'ল। সৰহ ভাগ কমলায়েই ৰান্ধিব লাগিব। নাজানো বুলি আপত্তি কৰা কেইপদ কিষণলালে দেখুৱাই দিলেই হ'ল। মাটিমাহৰ খাৰ—"সেই আমাৰ ঘৰত তাহানি খাইছিলো ৰঙা বৰণ ধৰি যোৱা সেই ধৰণৰ"—সেইখনতো থাকিবই লাগিব। ৰৌমাছৰ খুটুৰাবোৰ তেলত ওপঙাই ভজাটোনো এটা



কথানে? কমলাৰ হাতে মাংসৰ আঞ্জা খোৱা ভনীয়েকৰ মনত আছে, জুতি যেন জিভাত লাগিয়েই আছে। আৰু দুই-এপদ বস্তুৰ ভজা। ভাত—বগা ভাত কিটা ডেবেৰা বা বায়েই ফুটাই দিব বাৰু; আঁৰি মাছেৰে পোলাও কৰাটো বাৰু প্ৰধানকৈ কিষণলালৰ দায়িত্বত থাকিল। মাছৰ ধনীয়া দিয়া টেঙা এখন কৰে যদি কৰিব, নকৰিলেও নাই—"পাৰ্টি চাহাবী ধৰণৰ হলে কি হব, মাটিমাহৰ খাৰখন দেখি অসমীয়া কিটা আৰু' হঠাৎ হাড়ৰ মাজলৈকে অচমীয়া হৈ পৰিব নহয়!" কাষ্টাৰ্ড—কাষ্টাৰ্ডৰ চিন্তা বাৰু কমলাই নকৰিলেও হব, বজ্ৰঙ্গৰ তাৰ পৰাই একেবাৰে তৈয়াৰ কৰাই আনিব।

"বজৰং?" কমলাই সুধিলে।

"অঁ, বজ্ৰঙ্গলাল মনোহৰলাল আগ্ৰৱাল।"

"কেঞ্চা নহয় জানো?"

"হয়। এইবোৰলৈ মাৰোৱাৰীও আহে নেকি বুলি সুধিছনে? আহে আহে। পাৰ্টি মানেই জাত-পাত নোহোৱা, খাদ্য-অখাদ্য নথকা, মতা-মাইকীৰ ছেদ-ভেদ নথকা কিবা এটা; মাৰোৱাৰী, সিন্দী, পঞ্জাবী, বঙালী, মাদ্ৰাজী চব আহে। কোনোবাই মাছ নেখায় মাংস খাব, মাংস নেখায় মাছ খাব, মাছ-মাংস একো নেখায় দালি-ভাত খাব! একো নেখায় শুদা ঠাণ্ডা পানীকে খাব! বজ্ৰঙ্গলাল বেপাৰী, ভট্টাচাৰ্য্য ডাক্তৰ, উমেদ আলি ৰাজনীতিবিদ—ডঃ ৰাও আৰু কুলকাৰ্ণিতো আছেই।"

"উমেদ আলি মানে আমাৰ এম-এল-এ দদাইটি?"

"এম-এল-এ আছিল। যোৱা দুবছৰে দুবাৰ ইলেকচনত হাৰিল। এটা ফুটা টিউব। জগতখনকে আধাধুন গালি পাৰে। আমাৰ মাজত পাষ্ট টেন্স বুলিহে জনাজাত।"

"তাৰ মানে?"

"তাৰ মানে কেৱল অতীত কালৰ কথাহে কয়—তেওঁলোকৰ দিনত কি কৰিছিল, কিমান ত্যাগ স্বীকাৰ কৰিছিল, কিমান

জেল খাটিছিল, জেলত কিমানবাৰ অনশন কৰিছিল ইত্যাদি ইত্যাদি।"

দিহা-পোহা দি ভাগিনিয়েকহঁতক মৰম কৰি বিমলা আকৌ অফিচলৈ গ'লগৈ।

কমলাই অলপ চিন্তান্বিত হৈ, জিৰণি লবলৈ এৰি, পুনৰ ৰন্ধা-বঢ়াত লাগিল। এতিয়াৰ পৰা নেলাগিলে নহবগৈ। পাৰ্টি নামৰ এই অদ্ভুত ভোজটো কি ধৰণৰ বস্তু হবগৈ তেওঁ ঠিক অনুমান কৰিব নোৱাৰিলে। মদ-পানীও খায় নেকি? মাছে-ভাতে খোৱাৰ কথা, ইমানবোৰ বেলেগ বেলেগ ধৰণৰ মানুহে একেলগে কেনেকৈ লাজ-কাজ, ঘিণ-ঘান নোহোৱাকৈ চলে? বিমলাৰ নিচিনা এজনী গাৰ্ঁৰ পৰা অহা ছোৱালীয়েই বা ইয়াৰ মাজত খাপ খাইছে কেনেকৈ? হয়তো ই এখন নতুন জগত যিখনৰ লগত কমলাৰ কোনো পৰিচয় নাই।

যি হওক কামবোৰ তেওঁ এফালৰ পৰা কৰি গ'ল। কিষণ আৰু বায়ে যোগাৰ দি গ'ল, হাত ধুবলৈ বা খাবলৈ পানী-তুনিও ঠিক কৰি থলে। ডেবেৰাই ক'ৰবাৰ ক'ৰবাৰ পৰা চীনামাটিৰ কাঁহী-বাটি গোটাই আনিলে, চকি-টেবুল আনি মাজৰ ডাঙৰ কোঠাটো নতুনকৈ সজালে, জবা আৰু হীৰেনক লৈ বাছি বাছি ফুল ছিঙি আনি টেবুলবোৰত সজালে।

কুলকাৰ্ণিয়ে মাজতে জীপ এখনত আহি কাগজৰ প্ৰকাণ্ড বাকচ এটা নমাই ডেবেৰাৰ হতুৱাই বিমলাৰ শোৱা-কোঠাৰ আলমাৰিত ভৰাই থোৱালে। পগলা কাপ্তানে কমলাক মাত নলগোৱাকৈ মনে মনে গুচি গ'ল। ডেবেৰায়ো কমলাক নকলে যে কাপ্তান আহিছিল।

আবেলি বিমলা কামৰ পৰা আহিল। তেওঁ চাহ এটোপা খাই পাৰ্টিৰ আয়োজনৰ ওপৰত চকু ফুৰাওঁতেই উমেদ আলি আহিল। খদ্দৰৰ পায়জামা-পাঞ্জাবী পিন্ধা বুঢ়া ৰাজনীতিবিদজনে গহীনাই মাত



লগাই বিমলাৰ "বহক-বহক"লৈ কাণ নিদি একেবাৰে ভিতৰ পালেগৈ—"ক'তা আমাৰ ডাঙৰ আইকণ আহিছে বোলে? আমাৰ মৌজাদাৰৰ ছোৱালী, পুৰণা দদাইটিয়েকক চিনি পায় নে নেপায়!"

বহুত দিন দেখা নাছিল যদিও কমলাই উমেদ আলিৰ চিন পাহৰা নাছিল। নিচেই ওচৰৰ নহলেও তেওঁ গাওঁ অঞ্চলৰে প্ৰতি-পত্তিশীল ঘৰৰ মানুহ। আদিৰে পৰা কংগ্ৰেছৰ আন্দোলনত লাগি তেওঁলোকৰ অঞ্চলটোক নেতৃত্ব দি আহিছে। পাকিস্থান-পন্থী ৰাজনীতিৰ ভৰপকৰ সময়তো উমেদ আলিৰ প্ৰভাৱতে অঞ্চলটোক কংগ্ৰেছৰ পৰা আঁতৰাই নিব পৰা হোৱা নাছিল। এতিয়া নগৰতে ঘৰ-বাৰী কৰি লৈছে; ল'ৰাহঁতে ভাল কাৰবাৰ কৰে।

"এইয়া আইকণ! তুমি আমাৰ প্ৰমোদ মাষ্টৰলৈ পৰিছা নহয় জানো? বহুত দিন দেখা নাই, আমাৰ প্ৰমোদকো তোমাকো, বুঢ়াৰ চিন পাহৰিলাই হবলা?"

"নাই পাহৰা দদাইটি।"

"বেছ বেছ বেছ! বৰ সন্তোষ পালো, বৰ সন্তোষ পালো। ৰন্ধা-বঢ়া বোলে গোটেইখন তুমিয়েই কৰিছা? বিমলাই কলে।" হাতৰ ওচৰতে পোৱা কোৱাৰ্টাৰ প্লেট এখন লৈ কলে, "চাওঁ, মই টেষ্ট কৰি দিওঁ—আমাৰ ইয়াৰ সকলো পাৰ্টিলৈকে মই স্পেচিয়েলী নিমন্ত্ৰণ পাওঁ—সকলো ৰন্ধা আগধৰি পৰীক্ষা কৰি দিবলৈ!"

কেবা বিধো বস্তু টেষ্ট কৰি উমেদ আলিয়ে সলাপি সলাপি বাৰম্বাৰ প্ৰংশসা কৰিলে। কমলাই পিচত বিমলাৰ পৰা জানিব পাৰিছিল যে বুঢ়া ভয়ানক ভোগ-বিলাসী। ডেকাকালৰে পৰা ভাল খাই ভাল পাই আহিছে। কিন্তু শেষত বহুমূত্ৰ হোৱাত সান্দহ খোৱা বালি তল গ'ল। ঘৰত বুঢ়ীৰ পৰা পুতেক-বোৱাৰীয়েকলৈকে কোনেও অপকাৰী বস্তু খাবলৈ নিদিয়ে। গতিকে বুঢ়াই জোৰ কৰি নিমন্ত্ৰণ কৰাই লৈ এতিয়াও হেঁপাহ পলুৱাই মাজে মাজে খাই লয়।

বিমলাৰ দৰে সুপৰিচিত মানুহৰ ঘৰৰ পাৰ্টিলৈ যদি কেনেবাকৈ নেমাতে তেন্তে বুঢ়াই পিচত আহি গালি পাৰি একলেখীয়া কৰিব। টেষ্টৰ নামত কেবা বিধৰো অলপ অলপ কৈ যিখিনি মুঠতে খালে সেইখিনিয়েই বেমাৰ বঢ়াবৰ কাৰণে যথেষ্ট। ৰাতি আচল ভোজটো খাইতো ঘৰত ইনচুলিন লব লগাই হবগৈ।

অলপ পিচত আহি পালে সস্ত্ৰীক বজ্ৰঙ্গলাল মনোহৰলাল আগ্ৰৱাল। আদহীয়া মাৰোৱাৰী ভদ্ৰলোকক পেন্ট-হাৱায়ান, মুখত চিগাৰেট, কথাত আখৈ ফুটা দেখি মাৰোৱাৰী ব্যৱসায়ী সম্বন্ধে থকা কমলাৰ ধাৰণাই ওলট-পালট হৈ গ'ল। বয়সত স্বামীতকৈ ভালেখিনি কম, প্ৰিণ্টেড চিল্কৰ শাৰী পৰিহিতা, লাজকুৰীয়া, নম্ৰা স্ত্ৰী গৰাকীক দেখি অৱশ্যে তেওঁ অলপ উশাহ ললে। আগ্ৰৱাল পত্নীয়ে আগবাঢ়ি আহি নমস্কাৰ জনাই খা-খবৰো ললে, ল'ৰা-ছোৱালী হালক মৰম কৰি ৰুমালেৰে মেৰিয়াই অনা দুছটা চকলেট দিলে।

পৰিচয় কৰি দিয়াৰ ছলেৰে নেতৃত্ব বহন কৰাৰ ভঙ্গীত উমে আলিয়ে কলে, "বুইছ বজ্ৰঙ্গ! এই দুজনী ছোৱালী আমাৰ সম্ভ্ৰা বংশৰ জীয়ৰী। এনেকুৱা মানুহতো তহঁতে ৰাজস্থানত দেখাই নাই— আমাৰ অসমতো এনেকুৱা মানুহ কমেই আছে।

"হয় ছাৰ," আগ্ৰৱালো কম নহয়, ঠাট্টাৰ সুৰত শলাগিলে "মইতো মানুহ দেখিলো আচামত আহিহে। তাৰ আগতে সিফালে আমি জানোৱাৰৰ লগতেই ইমান দিন আছিলো।"

ঠাট্টালৈ কৰ্ণপাত নকৰি বুঢ়াই কবলৈ ধৰিলে, "তহঁতে স্বীকা নকৰিব পাৰ। কিন্তু এওঁলোকৰ মাক-বাপেক মৌজাদাৰ মৌজাদাৰনী বৰ ওখখাপৰ মানুহ আছিল—দেখিলেই শ্ৰদ্ধা ওপজে— তোৰ নিচিনা মানুহৰো শ্ৰদ্ধা ওপজিলহেঁতেন। আমাৰ ডাঙ আইকণৰ গিৰিয়েক প্ৰমোদ মাষ্টৰ—হেড্ মাষ্টৰ, সিও শহুৰেক আদৰ্শৰ মানুহ—আদৰ্শ মানে বুজি পাৱ নহয় ?"

"পাওঁ ছাৰ। আপুনিয়েই একজাম্পল নহয় জানো ?"



ডেবেৰাই এখন ট্ৰেত তিনি গিলাছ অৰেঞ্জ স্কোৱাচ আনিলে। দেখিয়েই বুঢ়াই খঙৰ সুৰত কৈ উঠিল, "বিমলা! আমি ল'ৰা মানুহনে মিছেছ আগ্ৰৱালৰ দৰে তিৰোতা মানুহ যে চেনিপানী দি ফুচুলাব খুজিছা ?"

বজ্ৰঙ্গলালে যোগ দিলে, "হয় ছাৰ। বৰ বেছি আদৰ্শ হলে, ভাল মানুচ হলে এই ৰকমেই হয়।" তেওঁ নিজৰ ৰহস্য সৃষ্টিত নিজেই হো-হো কৰে হাঁহিবলৈ ধৰিলে।

বিমলাই এবাৰ বায়েকলৈ আৰু এবাৰ আগ্ৰৱাল পত্নীৰ ফালে প্ৰচ্ছন্ন আতঙ্কেৰে চালে। তাৰ পিচত এটা গিলাচ মাৰোৱাৰী মহিলা গৰাকীৰ হাতত তুলি দি ট্ৰেখন টিপয় এখনত থবলৈ কৈ বুঢ়াক ফুচফুচাই কলে, "লাহে লাহে চব হব।" বুঢ়াই আৰু বেছি উচ্চ-বাচ্য নকৰিলে। বজ্ৰঙ্গলালেও একো নেমাতি স্কোৱাচৰ গিলাচ এটাকে তুলি ললে।

আন্ধাৰ নামি অহাৰ লগে লগে লাহে লাহে এজন-দুজনকৈ অতিথি-সকল আহিবলৈ ধৰিলে। ডঃ ৰাও আহিল শ্ৰীমতী ৰাওৰ সৈতে। তেওঁলোক অহাত সকলোৱে থিয় হৈ অভিবাদন জনালে, কাৰণ আজিৰ পাৰ্টি তেওঁলোকৰ সন্মানাৰ্থেই পতা হৈছে। ডাঃ ৰথীন ভট্টাচাৰ্য্য আহি নিৰৱে এচুকত বহিল। তাৰ পৰাই দূৰত থকা কমলাক থিয় হৈ নমস্কাৰ জনালে। কেপ্তেন কুলকাৰ্ণি আহিল। তেওঁ চাৰিওফালে এবাৰ চকু ফুৰাই কাকো একো নকৈ পোনে পোনে কমলাৰ ওচৰলৈ গৈ আগদিনাৰ দৰেই হাউলি নমস্কাৰ কৰি কলে, "বাইদেউ, আপোনাৰ পগলা ভাই আহি গ'ল। খাবৰ সময়ত মোৰ ওপৰত অলপ নজৰ ৰাখিব। মোক কোনেও নেচায়।" তাৰ পিচত কাগজেৰে মেৰোৱা টোপোলা এটা আৰু অকমানি টেমা এটা আগবঢ়াই দি কলে, "বিমলাই কলে আপুনি মিঠাপাণ খবই খুব ভাল পায়। অলপ লৈ আহিলো। এইটো জৰ্দা। আমাৰ ইয়াত ইয়াতকৈ ভাল জৰ্দা আৰু নেপায়। আপুনি ভাল পাবও পাৰে।"

আৰু কেইজনমান পঞ্জাবী, বঙালী, সিন্ধী মানুহ আহিল। কোনোবা উচ্চপদস্থ চৰকাৰী চাকৰিয়াল, কোনোবা ডাঙৰ ব্যৱসায়ী প্ৰতিষ্ঠানৰ প্ৰতিনিধি, কোনোবা মিলিটেৰী অফিচাৰ, কোনোবা স্থানীৰ ডাঙৰ ব্যৱসায়ী। উমেদ আলিয়ে প্ৰত্যেকজনৰ লগতে কমলাক চিনাকি কৰি দিলে যদিও নামবোৰ তেওঁৰ মনত নৰ'ল। মহিলা-সকলৰ লগত কথা পতাও তেওঁৰ পক্ষে অলপ অসুবিধাজনক হ'ল। কাৰণ হিন্দী অলপ কলেও ইংৰাজী তেওঁ ভালকৈ কব নোৱাৰে। দুই-এগৰাকী মহিলাই ভগা ভগা অসমীয়াতে দুই-এষাৰ কবলৈ চেষ্টা কৰিলে যদিও বৰ বেছি আগ বাঢ়িব নোৱাৰিলে।

কমলাৰ চকুত পৰিবলৈ বেছি সময় নেলাগিল যে প্ৰায় সকলোৱে হাতে হাতে গিলাচ লৈ মদ খাব ধৰিছে। বিমলা আৰু কুলকাৰ্ণিয়ে ভিতৰৰ পৰা মদ আনি আনি পৰিবেশণ কৰিছে। শ্ৰীমতী আগৰৱালাৰ দৰে কেইগৰাকীমান মহিলাৰ বাহিৰে সকলোৱে মদ খাব ধৰিছে। নানান গল্প-গুজব হৈছে। চাৰি-পাঁচজনে জুম পাতি একোটা বিষয় লৈ আলোচনা কৰিছে। কোনোটো জুমত কেৱল ৰগৰ। কোনোটোত অতি গভীৰ আলোচনা। কোনোটোত কঠোৰ সমালোচনা। উমেদ আলি আৰু ডাঃ ভট্টাচাৰ্য্যৰ মাজত ৰাজনীতিৰ চৰ্চা হৈছে।

কমলাৰ ভাল নেলাগিল। এইটো তেওঁৰ নতুন অভিজ্ঞতা। মদ্যপানক তেওঁ সকৰে পৰা বেয়া কাম বুলি ভাবিবলৈ শিক্ষা পাই আহিছে। কিন্তু সুশিক্ষিত মানুহে ইমান মুকলিকৈ বিনা দ্বিধাই মদ খোৱাটোক খোলোখুলিকৈ বেয়া বোলাৰ সাহসো তেওঁৰ নাই। সেইবাবে পৰাপক্ষত ৰান্ধনিঘৰৰ পৰা নোলাবলৈকে তেওঁ থিৰ কৰিলে। হীৰেন্দ্ৰ আৰু জবাক ভাত খুৱাই নিজে নি শুৱাই থৈ আহিল আৰু বাইক ঘনাই চাই আহি থাকিবলৈ কলে, ঈশ্বৰক চিন্তিবলৈ ধৰিলে যেন সময়খিনি সোনকালে পাৰ হৈ যায়।

কিন্তু সময় যেন আজি ৰাতিটোৰ কাৰণে স্থিৰ হৈ গৈছিল।



ডেবেৰা আৰু কিষণলালে তেওঁক নিৰ্ভয় দি বাৰে বাৰে কৈছিল, "একো নহয় মা। আপুনি একো চিন্তা নকৰিব। বাৰ বজাৰ পিচত এইখন মৰিশালিৰ দৰে হৈ পৰিব।"

কিন্তু মাৰিশালিৰ নিৰ্জনতা অহাৰ আগতে চিতাৰ জুই যেন দপদপকৈ ক্ৰমাৎ বেছি হৈহে জ্বলি উঠিব ধৰিলে। মদখোৱা প্ৰতিজনৰে উষ্মা যেন চৰি যাবলৈ ধৰিলে। মদ নোখোৱা মহিলা কেগৰাকীৰ হাঁহি-খিকিন্দালিও বেছি হবলৈ ধৰিলে। তেওঁলোকৰ লগত দুই-এষাৰ কথা কোৱাৰ বাহিৰে প্ৰায় নিৰৱে বহি থাকিল শ্ৰীমতী আগৰৱাল। শ্ৰীমতী ৰাৱেতো মদৰ গিলাচ লৈ গোটেইখনতে ঘূৰি ফুৰিছে। তেওঁক সৰহভাগ সময় ডাঃ ভট্টাচাৰ্য্যৰ পাচ লোৱাই দেখা গ'ল। ডাঃ ভট্টাচাৰ্য্যক আকৌ দেখা গ'ল বিমলাক বিচাৰি উলিওৱাৰ চেষ্টা কৰাত। বিমলাই পানীয় পৰিবেশণ কৰাৰ উপৰি সকলোৰে লগত একো আষাৰকৈ কথাও পাতিছে। একে ঠাইতে থাকিব পৰা নাই। গতিকে ৰথীন ভট্টাচাৰ্য্য আৰু শ্ৰীমতী ৰাওও একে ঠাইতে থাকিব পৰা নাই। বজৰঙ্গলালো ঠাইতে থকা নাই। ইজনৰ পিচত সিজনৰ ওচৰলৈ এহাতত গিলাচটো ইহাতত চিগাৰেট এটা লৈ গৈছে। থৰক-বৰক খোজেৰে কুলকাৰ্ণিয়ে তদাৰকীত বিমলাক অবিৰাম সহায় কৰিছে—কাৰোবাক কিবা লাগিলেই "কাপ্তান" বুলি চিঞৰে আৰু "হাজিৰ" বুলি কুলকাৰ্ণি তাত তৎক্ষণাৎ উপস্থিত হবগৈ।

কুলকাৰ্ণি আৰু বিমলাৰ যে ভাল বন্ধুত্ব আছে সেইটো সকলোৱে জানে। তাক প্ৰেম আখ্যা কোনেও নিদিলেও কেতিয়াবা দুইকে যোৱাই নোজোকোৱাকৈ নেৰে। আজি এজনে এবাৰ কলে, "কাপ্তান তুমি বিমলাক যিমানেই তেল নিদিয়া তেওঁ তোমাক কোতয়াও গ্ৰহণ নকৰে।" ওচৰেদি পাৰ হৈ যাব ধৰা বিমলাক ৰাখি কুলকাৰ্ণিয়ে অনুযোগ কৰিলে, "চোৱা এওঁলোকে কি কৈছে—কৈছে বোলে তুমি মোক হেনো বিয়া নকৰোৱা।" এই মস্কৰাক

মস্কৰা হিচাপেই লৈ বিমলাই কুলকার্ণিৰ গাত হাত বুলাই কলে, “কেলেই নহব সোণ, তোমাক বিয়া নকৰাই মইনো কাক বিয়া কৰাম?” উৎফুল্ল হোৱাৰ দৰে কুলকার্ণিয়ে বাকীবিলাকক উদ্দেশ্য কৰি কয়, “শুনিলে নহয়? এতিয়া যিমান গৰম বস্তুৱেই নিগিলক আপোনালোক ঠাণ্ডা হবই হ'ব।”

ডাঃ ভট্টাচার্য্যকো আজি কমলাই নতুন ৰূপত দেখিলে। প্ৰথমে বুঢ়া উমেদ আলিৰ লগত ডাক্তৰে ৰাজনীতিৰ বিষয়ে গৰম তর্ক জুৰিলে। প্ৰবীণ দেশকর্মীৰ একেটা কথা: “তোমালোক আজিৰ ডেকা ল'ৰাই ত্যাগ কাক বোলে ভাবিবই নোৱাৰা। আমি পুলিচৰ লাঠীৰ কোব খাই বৃটিছৰ জেলত পচিবৰ সময়ত তোমালোক পেন্দুকণা ল'ৰা। কি বুজিবা কি যাতনা সহ্য কৰি আমি দেশক স্বাধীন কৰিলো। আজিৰ বেকুব অকৃতজ্ঞ জেনেৰেচনে চব পাহৰি বহি আছে। চব জহন্নামে যাব। এই দেশৰ নিস্তাৰ নাই।” ডাঃ ভট্টাচার্য্যৰো একে সুৰীয়া গৰম উত্তৰ: “আপোনালোকে ত্যাগ কৰিছিল নে নাই কব নোৱাৰো। কিন্তু স্বাধীনতা পায়েই ধামধুম ভোগ কৰাত লাগি গ'ল—ভোগত ইমানেই লাগিল যে বাকী চব পাহৰি গ'ল। গতিকে আমাৰ জেনেৰেচনে এই দেশৰ ভাৰ লবলৈ আগুৱাই আহিছে। নেভাবিব যে দেশপ্ৰেম অকল আপোনালোকৰেই আছে। দেশক আমিও ভাল পাওঁ। কিন্তু আপোনালোকৰ নিচিনা ভোগবাদীসকলক আঁতৰ নকৰিলে দেশৰ কল্যাণ নাই। আমি অপ্টিমিষ্ট—আপোনাৰ দৰে পেছিমিষ্ট নহয়।”

ডঃ ৰাও ধৈৰ্ণীয়েকতকৈ গহীন মানুহ। মদ খালেও তেওঁ উমেদ আলিৰ ওচৰতে বহি নানান ধৰণৰ কথা পাতি থাকিল। মানুহজনে বহুত খবৰ ৰাখে। গতিকে উমেদ আলিৰ ৰাজনীতিৰ বিষয়েও আলোচনা কৰিবলৈ টান নেপালে।

ৰথীন ভট্টাচার্য্য কিন্তু উমেদ আলিৰ লগত তর্ক কৰি থকা মানুহ নহয়। প্ৰাথমিক গাম্ভীৰ্য্য মদৰ ঢোকবোৰে কমাই অনাৰ লগে লগে



তেওঁ বিচৰণ আৰম্ভ কৰি দিলে। যেন শ্ৰীমতী ৰাওৰ পৰা পলাই ফুৰাৰ সি এটা অজুহাতহে। কিন্তু কাৰো বুজিবলৈ বাকী নেথাকিল যে তেওঁৰ সন্ধানী চকু আৰু তৎপৰ খোজ বিমলাৰ পাচে পাচেই অবিৰাম ঘূৰিছিল। অথচ অবিৰাম ঘূৰি ফুৰা বিমলাক এবাৰ ক'ববাত আটক কৰিলেই শ্ৰীমতী ৰাও গৈ ওচৰতে ওলাব। সকলো পণ্ড হৈ যায়।

শ্ৰীমতী ৰাওৰ অতীতত লজ্জাকৰ বা কলঙ্কজনক একো নাই যদিও অতীতটোক ঢাকি ৰাখিবলৈ তেওঁ আপ্ৰাণ চেষ্টা কৰে। কিন্তু কথাবোৰ সকলোৱে জানে আৰু আঁৰত থাকি সকলোৱে আলোচনা কৰি ভাল পায়। নন্দিনী সেনাপতি আছিল দুখীয়াৰ জীয়ৰী আৰু মিছনাৰীৰ সৌজন্যত হোৱা এগৰাকী সাধাৰণ নার্চ। হিন্দু অভিভাৱকে খৃষ্টান মিছনাৰীৰ হাতত জীয়েকক গতাবলৈ ভাল পোৱা নাছিল। কিন্তু নন্দিনীৰ অভিলাষ আছিল বৰ উচ্চ। সেইবাবে মেট্ৰিক পঢ়ি থকা অৱস্থাতে ঘৰ এৰি মিছনেৰীৰ অধীনলৈ গৈ নাৰ্চিং পঢ়িলে। মিছনাৰীসকলে ভাবিছিল তেওঁক হাতৰ মুঠিত ৰাখি তেওঁলোকৰ নিজৰ প্ৰভাৱ বিস্তাৰ কৰিব। পিচে নন্দিনী আছিল স্বাৰ্থপৰ আৰু বৰ চতুৰ। পাছ কৰি চৰকাৰী চাকৰি লৈ গুচি গ'ল। এখন হস্পিটেলত ডঃ ৰাওক ৰোগী হিচাপে পাই আঁতি-গুৰি লৈ তেওঁৰ উন্নতিৰ অসীম সুবিধা আৰু শুশ্ৰূষাকাৰিণীৰ প্ৰতি বিশেষ দুৰ্বলতা দেখি, চিকিৎসালয়ৰ চাৰিবেৰৰ ভিতৰততো প্ৰাণপাত কৰি শুশ্ৰূষা কৰিলেই—তদুপৰি তাৰ বাহিৰতো জীৱনৰ চাৰিবেৰৰ ভিতৰত সেইটো কৰিব পাৰি নেকি চেষ্টা কৰিলে। পণ্ডিত মানুহ হলেও দুৰ্বলচেতা ৰাও ফান্দত পৰিল। নন্দিনীয়ে চাকৰি এৰিলে, মিছেছ ৰাও হৈ এনে দক্ষতাৰে সংসাৰ চলাবলৈ ধৰিলে যে লাহে লাহে সমাজত ডঃ ৰাওক শ্ৰীমতী ৰাওৰ গিৰিয়েক বুলিহে জানিবলৈ ধৰা হ'ল। ডঃ ৰাওৰ পজিচনৰ সুবিধা লৈ উচ্চাভিলাষিণী নন্দিনী ৰাৱে এনে ধৰণে খোপে খোপে সামাজিক জখলাত উঠি যাবলৈ

ধৰিলে যে সকলোৰে সৈতে ডঃ ৰাৱেও তস্মান খাই গ'ল। বপুৰাই উপলব্ধি কৰিলে যে তেওঁৰ পত্নী নিৰ্বাচন ভুল হ'ল, তেওঁতকৈ তেওঁৰ পত্নীৰ ব্যক্তিত্ব বহুত বেছি শক্তিশালী। কিন্তু তেতিয়া আৰু প্ৰতিকাৰৰ উপায় নাছিল। ডঃ ৰাৱে মদৰ বটলকে আন এটি চিৰসঙ্গী কৰি ললে যাৰ ভাগো শ্ৰীমতী ৰাৱে লবলৈ ধৰিলে।

দাৰিদ্ৰ্য, অতীতৰ নাৰ্চৰ জীৱন এইবোৰৰ পৰা উদ্গতি কৰি সমাজত প্ৰতিষ্ঠা লভিবলৈ নন্দিনী ৰাৱে ক্লাব, পাৰ্টি, পিকনিক, ভ্ৰমণ সকলোতে প্ৰগলভা প্ৰকাশৰ চেষ্টা চলাই যাবলৈ ধৰিলে। বহুতে ধাৰণা কৰে যে গিৰিয়েকৰ দৰে তেওঁ বৈবাহিক জীৱনত সন্তুষ্ট নহয়, গতিকে উশৃঙ্খলতা কৰি ফুৰি মনৰ আকাঙ্ক্ষা পূৰণ কৰে। তেওঁ যে ব্যভিচাৰকে কৰি ফুৰে এনে বুলি কোনেও অৱশ্যে নকয়। কিন্তু জীৱনত বিচৰাখিনি পাবৰ কাৰণে যেন তেওঁ এতিয়াও উত্ৰাৱল, কিন্তু সেইখিনি কি তেওঁ নিজেও নেজানে। কেৱল বিচাৰি ফুৰাই সাৰ।

ডাঃ ভট্টাচাৰ্য্য নন্দিনী ৰাওৰ শেহতীয়া লক্ষ্য। পাৰ্গত চিকিৎসক, সফল ব্যৱসায়ী, সমাজত সমাদৃত, সুশ্ৰী-সুঠাম দেহৰ যুৱক ৰথীন ভট্টাচাৰ্য্যৰ মাজত তেওঁ যেন সেই বিচাৰি ফুৰা ৰত্নৰ সন্ধান কৰিব খোজে।

এবাৰ এনে হ'ল যে হলৰ সোঁমাজত বিমলাই থিয় হৈ চাৰিও-ফালৰ অতিথিসকলক চাইছে, কাৰোবাৰ ক'ৰবাত কিহবাৰ অভাৱ হৈছে নেকি। বহুত চেষ্টা কৰিও তেতিয়ালৈকে ডাঃ ভট্টাচাৰ্য্যই বিমলাক আৰু শ্ৰীমতী ৰাৱে ডাঃ ভট্টাচাৰ্য্যক লগ ধৰিব পৰা নাছিল। গৃহকৰ্ত্ৰীক সেই সুযোগতে এবাৰ লগ ধৰিবলৈ মদেধৰা ৰথীন ভট্টাচাৰ্য্যই "বিমলা, প্লিজ, এক মিনিট মোৰ কাৰণে ৰোৱা" বুলি আৰু ঠিক সেই মুহূৰ্ত্ততে আন এটা চুকৰ পৰা ঢুলঢুলীয়া চকুৰে নন্দিনী ৰাৱে "ৰথীন, তুমি কিয় মোৰ পৰা পলাই ফুৰিছা" বুলি চিঞৰ ধৰিলে আৰু পৃথক পৃথক লক্ষ্যলৈ বুলি দুয়ো প্ৰায় একেলগে



ঢলংপলংকৈ চোচা ললে। তেওঁলোক দুয়োৰে দুৰ্বলতাৰ কথা সকলোৱে জানিছিল। গতিকে তৎক্ষণাৎ হলভৰা অতিথিৰ হাঁহিৰ ৰোল উঠিল। কিন্তু তালৈ মন-কাণ কৰিবলৈ তেওঁলোকৰ হুচ, অৱসৰ একো নাছিল। সেইদৰে চিঞৰিয়েই দুয়ো লক্ষ্যক উদ্দেশ্য কৰি ঢলংপলংকৈ দৌৰ দিলে। বিমলায়ো এই নাটকীয় দৃশ্যৰ আকৰ্ষণ বৃদ্ধি কৰি "আই ঔ মই মৰিলো! ৰইখা কৰা!" বুলি এফালে মাৰিলে দৌৰ। হাঁহিৰ ৰোল দুগুণ জোৰত উঠিল। ডাঃ ভট্টাচাৰ্য্যই সকলো শালীনতাকে খহি পৰিবলৈ দি বিমলাক গ'ল খেদি। শালীনতাৰ মূৰত কেতিয়াবাই পানী এচলু দি থোৱা নন্দিনী ৰাৱেও বিনাদ্বিধাই ডাঃ ভট্টাচাৰ্য্যক খেদি গ'ল। হলৰ সমবেত হাঁহি অট্টহাস্যত পৰিণত হ'ল। চকি আৰু মানুহৰ আঁৰ লৈ অকাই-পকাই বিমলা পলাবলৈ ধৰিলে চিঞৰ-বাখৰ কৰি। মৰো-জীওঁ-সোঁ-আধিকৈ লবোতে ডাক্তৰৰ এপাট ছেণ্ডেল খুলি থাকি গ'ল। শ্ৰীমতী ৰাওৰ অথিৰ ছিল্কৰ শাড়ীৰ আচল দ্ৰৌপদীৰ বস্ত্ৰৰ দৰে দীঘলীয়া হৈ ওলমি পৰিল।

এই বনহংসী অনুগমনৰ শেষ পৰিণতি কি হ'লগৈহেঁতেন কোৱা টান। কিন্তু নন্দিনী ৰাওৰ কাপোৰখনি আলফুলকৈ দাঙি কেপ্টেইন কুলকাৰ্ণিয়ে মহিলা গৰাকীৰ হাতত ধৰি ৰখাই তেওঁক বিৰত কৰিলে আৰু হাত যোৰকৈ অতি বিনয়েৰে আকাৰে-ইংগিতে আভৰণক আবৰণ ৰূপে বাখিবলৈ কাতৰ মিনতি জনালে। তাৰে কাম হ'ল। "মই তাক হত্যা কৰিম, মই ৰতিনক খুন কৰিম" বুলি ফোপাই-জোপাই শ্ৰীমতী ৰাৱে কাপোৰখন ঠিক কৰি লবলৈ ধৰিলে।

ইপিনে ওচৰেদি পাৰ হৈ যোৱা বিমলাক ৰক্ষা কৰাৰ মনেৰে উমেদ আলিয়ে থিয় হৈ দুবাহু প্ৰসাৰিত কৰি তেওঁৰ ৰাজনৈতিক প্ৰতিদ্বন্দ্বী ডাঃ ভট্টাচাৰ্য্যক বাধা দি কলে, "ষ্টপ ডেয়াৰ! ডেকা ল'ৰা! এনে এখন সমাজত এনে অনৈতিক কাৰ্য্য হবলৈ মই বৰ্তমান থাকোঁতে এলাও কৰিব নোৱাৰো। মই এইখন প্ৰাচীন

দেশক পছিমীয়া সাম্রাজ্যবাদীৰ কবলৰ পৰা উদ্ধাৰ কৰা সৈনিক। মই বুঢ়া হব পাৰো, কিন্তু এইখন সোণৰ দেশক তোমাৰ দৰে অপগণ্ডৰ হাতত এৰি দিব নোৱাৰো।"

"ইউ স্পেণ্টাপ ফৰ্চ! বুঢ়া কংগ্ৰেছীয়েই দেশখন খালে!" বুলি ডাঃ ভট্টাচাৰ্য্যই উমেদ আলিক মাৰিবলৈ হাত দাঙিবই খুজিছিল; তেনেতে ডঃ বাৰে তেওঁক থাপ মাৰি ধৰি চকি এখনত বহুৱাই দিলে আৰু এগিলাচ মদ ডাক্তৰৰ হাতত দি ধীৰে ধীৰে কলে, "ডক্! মই আলি চাহাৰৰ লগত গধূলিৰে পৰা ৰাজনীতি আলোচনা কৰি আছো। ভাৰত চৰকাৰৰ নীতি অনুযায়ী আমি আপোনাৰ বিবাদটোও আলাপ-আলোচনাৰ যোগেদিয়েই মীমাংসা কৰিম।"

ডাঃ ভট্টাচাৰ্য্য ক্ষান্ত হ'ল।

এইবোৰ দেখি-শুনি কমলাৰ মূৰঘূৰনিয়েই হ'লহেঁতেন যদিহে মাজে মাজে কিষণলাল, ডেবেৰা, বাইৰ উপৰি কুলকাৰ্ণি আৰু বিমলাই পাকঘৰলৈ গৈ তেওঁক উৎসাহ দি নেথাকিলহেঁতেন।

এবাৰ গৈ বিমলাই কৈছিল, "তোৰ নিশ্চয় বেয়া লাগিছে বাইদেউ। কি কৰিবি, কোনোমতে দিনটো পাৰ কৰি দে আৰু! ইয়াতে থাক, মাত্ৰ মাইকী মানুহ কেগৰাকীক মাজে মাজে মাত লগাবিগৈ। একো ভয় নকৰিবি। ভাত খালেই সকলো ঠাণ্ডা হৈ যাব।"

"তইনো এইবোৰত সোমালি কেলৈ?"

বায়েকৰ চকুলৈ একেথৰে চাই থাকি ভালেমান পৰৰ মূৰত বিমলাই কলে, "নোসোমাই উপায় নাই। ইয়াত এনেকৈয়ে চলিব লাগিব। তোক বাৰু পিচত বুজাই কম।"

"এইবোৰ তয়ো খাৱ নেকি?"

বিমলাই আজলী বায়েকৰ গাত ধৰি হাঁহি হাঁহি কলে, "নোখোৱাকৈও থাকিব পাৰি নহয় বাইদেউ!"

নোখোৱাকৈ থাকিব পাৰি হয়, কিন্তু বিমলাই খায় নে নেখায়



সেইটোহে আচল প্ৰশ্ন। এই প্ৰশ্ন সুধিব খুজিও কমলাৰ মুখলৈ নাহিল আৰু ইতিমধ্যে ভনীয়েকো আঁতৰি গ'ল।

প্লেট এখন লৈ লৈ কুলকাৰ্ণি কেবাবাৰো পাকঘৰলৈ আহিছিল। প্ৰতিবাৰতে কিবা নহয় কিবা এবিধ টেষ্ট কৰি গৈছিল, উচ্চ প্ৰশংসা কৰিছিল আৰু পাৰ্টিটোক কোনোমতে সহ্য কৰিবলৈ টানি ধৰিছিল।

"মই একো বেয়া পোৱা নাই," কমলাই ভদ্ৰতা ৰক্ষা কৰিবলৈ চেষ্টা কৰিছিল, "মাত্ৰ মই গাঁৱৰ ছোৱালী, এইবোৰৰ আও-ভাও নেপাওঁ। সেই দেখি মই খাপ খাব নোৱাৰো।"

"এদিন আপোনাক মোৰ কোৱাৰ্টাৰত লৈ যাম বাইদেউ। ডঃ ছুৰবাও যাব, হীৰেন্দ্ৰ-জবা ভী যাব। আৰু কোনো নাই। মদ একদম নেথাকিব। আপুনি ৰান্ধিব, আমি চুপ-চাপ খাম।"

"বাৰু দেখা যাব।"

ডাঃ ভট্টাচাৰ্য্য আৰু শ্ৰীমতী বাৰে খেদা-কুৰা কৰাৰ পিচতে কুলকাৰ্ণি পাকঘৰলৈ গ'ল। এইবাৰ প্লেট অনা নাই। চকুৰে-মুখে অপৰাধৰ ভাব। হাত মোহাৰি মোহাৰি কলে, "আপুনি বেয়া নেপাব বাইদেউ। অলপ গোলমাল হৈছে। সংসাৰত বহুত ধৰণৰ মানুহ থাকেতো, কোনে কি ভাবি কি কৰি দিয়ে একো ঠিক নাই।"

কমলাই কলে, "কিন্তু সকলো ধৰণৰ মানুহ এইদৰে একে ঠাইতে গোট খাইছে কেনেকৈ? কাৰো লগত যদি কাৰো মিলেই নাই তেন্তে—"

তেওঁৰ কথা কাঢ়ি লৈ কুলকাৰ্ণিয়ে কবলৈ ধৰিলে, "এটা মিল আছে বাইদেউ! চৰে কিবা এটা বিচাৰি আহিছে। সেইটোৱেই মিল। উমেদ আলি চাহাবৰ ৰাজনীতি শেষ। জেলৰ পৰা ওলাই আহি খুব ভোগ কৰিবলৈ লোৱাত নিজৰ ৰাস্তা নিজেই বন্ধ কৰি দিলে। গতিকে এতিয়া উমেদ আলিয়ে এই ধৰণৰ পাৰ্টিত হৈ-চৈ কৰি নিজৰ ভুল বিশ্বাসকে লৈ থাকিব খোজে। বজ্ৰঙ্গলাল আগ্ৰৱাল বেপাৰী মানুহ। আমাৰ অফিচৰ লগত তাৰ বহুত কাৰবাৰ আৰু

ইয়ালৈ অহা মানুহবিলাকৰ লগতো তাৰ বহুত কাৰবাৰ। আনকি উমেদ আলিৰ সহায়ো তাক লাগে। এইবিলাক মানুহ নহলে তাৰ নচলে। সেইবাবে সি মদ-মাংস খাবলৈকো বেয়া পোৱা নাই, বেচেৰী মিছেছজনীকো টানি লৈ আহিছে—গিৰিয়েকৰ কাৰবাৰ যাতে মৰা নপৰে সেই কাৰণে পৰ্দাৰ ভিতৰৰ পৰা তেখেত ওলাই আহিছে। মিছেছ ৰাৱে ভাবিছে এইৰকম মদ-টদ খাই হৈ-চৈ কৰিলেই ছচাইটী লেডী হব পাৰি। ডঃ ৰাও বিদ্বান মানুহ আছিল কিন্তু তেওঁ যি পজিচনত আছে তাত থাকিবলৈ সমাজৰ ওপৰ শ্ৰেণীৰ সহায় তেওঁক লাগে—আনহাতে মিছেছ ৰাওৰ আচৰণৰ কাৰণে তেওঁ সৰল জীৱন গ্ৰহণ কৰিবও নোৱাৰে। ডাঃ ভট্টাচাৰ্য্য ডেকা মানুহ। বহুত ডাঙৰ কামৰ সপোন দেখিছে। কিন্তু কেনেকৈ তাক কৰিব ধৰিব পৰা নাই। উমেদ আলিৰ দিন গৈছে। কিন্তু উমেদ আলিয়ে ইচ্ছামতে কাম কৰিবলৈ এটা উপায় পাইছিল। ডাক্তৰে ৰাজনীতি কৰিব খোজে কিন্তু তাৰ উপায় পোৱা নাই। সেই বাবেও কিজানি সি আলি চাহাবক দেখিব নোৱাৰে। ডাক্তৰে বিৰাট হস্পিটেল খুলিব খোজে। যিয়েই নকৰক তাৰ কাৰণে তাক এইবিলাক বন্ধু-বান্ধৱৰ সহায় লাগিব। সি অকলে একো কৰিব নোৱাৰে। তাৰ কোনো স্থিৰ বিশ্বাসো নাই।"

কুলকাৰ্ণি ৰ'ল। ইমানবোৰ কথা কমলাই ভাবি চোৱা নাই। ভাবি চাবলৈ তেওঁ মানুহবোৰক ভালদৰে কুলকাৰ্ণিৰ দৰে নেজানেও। হয়তো কেপ্তেইনৰ কথাই সঁচা। কথাখিনিয়ে কমলাৰ অন্তৰ স্পৰ্শ কৰিলে। পোন প্ৰথম বাৰলৈ এই মানুহখিনিকৈ তেওঁৰ অলপ সহানুভূতি হ'ল। তেওঁ হঠাৎ কুলকাৰ্ণিলৈ চালে। নিজৰ কথাত নিজেই অভিভূত হৈ কেপ্তেইনে তলমূৰকৈ থিয় হৈ আছিল। তেওঁৰ ওঁঠ দুটাত এটা হাঁহিৰ আভাস।

"কিন্তু আপুনি?" কমলাই প্ৰশ্ন কৰিলে: "আপুনি কি বিচাৰিছে কাপ্তান চাহাব?"



চক্ খোৱাৰ দৰে কুলকাৰ্ণিয়ে কলে, "মইতো বলীয়া মানুহ বাইদেউ। মোৰ কথা কোনে লেখত ধৰে। মই চাৰাপ খাওঁ। য'ত ত'তঁ ঘূৰি ফুৰো। ঘৰত নেযাওঁ। ডেবেৰাইঁতে পাগলা বোলে, হাঁহি দিওঁ। মোৰ কি আছে?"

অলপ ভাবি-চিন্তি কমলাই কলে, "আচল পগলা মানুহবো পগলা হোৱাৰ এটা কাৰণ থাকে। আপুনি সুস্থ মানুহ। আপুনি কিয় ঘৰ এৰি সংসাৰ এৰি এই বয়সলৈকে এইদৰে বলীয়াৰ বেশ ধৰি অসমত সোমাই আছেহি?"

"আপুনি উকীলৰ দৰে জেৰা কৰিলে মই উত্তৰ দিব নোৱাৰিম বাইদেউ। হয়, মই ঘৰ এৰিছো, মহাৰাষ্ট্ৰলৈ ঘূৰি যাব মোৰ মন নাই। মই সংসাৰো নকৰিলো—আৰু কৰাৰো দিন নাই। মই যুদ্ধ দেখা মানুহ বাইদেউ। যুদ্ধই মোৰ মন বেয়া কৰি থৈছে। মই শান্তি বিচাৰো। শান্তি পাম বুলি মই ইয়ালৈ আহিছো। এইটো একো ডাঙৰ কথা নহয়। সকলো মানুহেই শান্তি বিচাৰে।"

"শান্তি"। কমলাই শব্দটো অৰ্থপূৰ্ণভাবে উচ্চাৰণ কৰিলে: "শান্তি মানে ঠিক মনৰ শান্তি নে শান্তি নামৰ ছোৱালীজনীৰ বিষয়েই আপুনি কিবা কৈছে?"

কেপ্তেইন কুলকাৰ্ণি চক্ খাই উঠিল। হাতযোৰ কৰি তেওঁ কলে, "আপুনি চব জানে বাইদেউ! বিমলাই নিশ্চয় কৈছে। কিন্তু শান্তি ছোৱালীৰ কথা কিয় কম? আমাৰ ঘৰৰ ওচৰৰ শান্তি মৰিছে। বাৰ্মাৰ শান্তিও মৰিছে। মই মনৰ শান্তিৰ কথাহে কৈছো। মই যাওঁ বাইদেউ, বিমলাৰ কামত সহায় কৰিব লাগে। পিচত কথা পাতিম।"

কুলকাৰ্ণি লৰালৰিকৈ ওলাই গ'ল। কমলাই দীঘলকৈ হুমুনিয়াহ এটা পেলালে।

তেওঁ দুবাৰমান পাকঘৰৰ পৰা ওলাই মহিলাসকলক মাত দিলেগৈ। সংকোচ হৈছিল যদিও ভনীয়েকৰ কাৰণে সাহ কৰি

ওলাই গৈছিল। দেখিলে যে সকলোৱে তেওঁক সন্মানেৰে ব্যৱহাৰ কৰে আৰু ভালকৈ কব নোৱাৰিলেও অসমীয়াতে কথা পাতিব খোজে।

শ্ৰীমতী আগ্ৰৱালৰ প্ৰতি তেওঁৰ আটাইতকৈ বেছি সহানুভূতি হোৱাত কমলাই এবাৰ তেওঁৰ ওচৰত অকলে বহি নানান খবৰ লৈছিল। "আপুনি জানো ল'ৰা-ছোৱালী এৰি থৈ অহা নাই?"

"হয় এৰি আহিছো। কিন্তু সিহঁত ডাঙৰ হৈছে। চাকৰে চম্ভালিব পাৰে। তথাপি বেছি ৰাতি হলে মস্কিল হয়।"

"কিমান ডাঙৰ?"

"ডাঙৰজনী ছোৱালী এইবাৰ বিয়াই দিলো। তাৰ পিচৰ দুটা ল'ৰা দুজনী ছোৱালী স্কুলতে পঢ়ি আছে—একেবাৰে সৰুজনী ছোৱালী ক্লাছ ফ'ৰত পঢ়ে।"

"অ' বৰ বেছি চিন্তাৰ কাৰণ নাই তেন্তে।"

"হয়। বৰ বেছি নাই। তথাপি চাকৰৰ হাতত ঘৰ এৰিবলৈ বৰ টান।"

"আপুনিতো ঠাণ্ডা পানীৰ বাহিৰে একোকে খোৱা নাই—মাছ-মাংসও নিশ্চয় নোছোৱে—তেন্তে এইবোৰলৈ আহিলে বেয়া নেলাগেনে?"

"প্ৰথম প্ৰথম লাগিছিল। এতিয়া অভ্যাস হৈ গৈছে। কি কৰিম, নাহিলে তেখেতে বেয়া পায়—কয় বোলে আজিকালি ছচাইটীত ওলাব লাগে, নহলে নচলে।"

স্বামীৰ স্বাৰ্থৰ লগত যে নিজৰ স্বাৰ্থক জলাঞ্জলি দিছে সেইটো কমলাৰ বুজিবলৈ টান নহ'ল। তাত অৱশ্যে কোনো দোষৰ কথা নাই। সৰহভাগ তিৰোতা মানুহেই—কমলাই নিজেও—স্বামীৰ স্বাৰ্থত নিজক উটুৱাই দিয়ে। কিন্তু যি কাৰণত স্বামীৰ স্বাৰ্থৰ সৈতে আগ্ৰৱাল পত্নীয়ে নিজকে সংযুক্ত কৰিব লগা হৈছে সেইটো ভাবিহে তেওঁৰ বৰ ভাল নেলাগিল। বজ্ৰঙ্গলালৰ ব্যৱসায়ত তেওঁৰ স্ত্ৰীয়ে আওপকীয়াকৈ সহায় কৰিছে।



অৱশেষত চাৰে দহমান বজাত ভাত খাবলৈ সকলো উঠিল। হলটোৰ সোঁ মাজতে দুখন ডাঙৰ টেবুলৰ ওপৰত খোৱা বস্তুবোৰ উলিয়াই থোৱা হ'ল আৰু 'বুফে' ষ্টাইলত প্ৰত্যেকেই একোখন কাঁহী লৈ তাৰে পৰা নি নি যেয়ে য'তে পাৰে বহি বা থিয়ৈ থিয়ৈ খাবলৈ ধৰিলে। কোৱা বাহুল্য প্ৰত্যেকেই কমলাৰ ৰন্ধা প্ৰশংসা কৰিলে আৰু ওচৰলৈ গৈ ওলগ জনালে। বিমলাই কবৰ দৰেই মাটিমাহৰ ৰঙচুৱা খাৰখন অসমীয়া কেইজনে প্ৰয়োজনতকৈ বেছিকৈয়ে খাই দেখুৱালে। প্ৰশংসাৰ জাউৰিৰ মাজত উমেদ আলিয়ে জোৰকৈ মন্তব্য কৰিলে, "এইবোৰ কবৰ কোনো প্ৰয়োজনেই নাই। আমাৰ আইকণৰ যে ৰন্ধা ভাল হবই সেইটো স্বতঃসিদ্ধ। তেওঁলোকৰ ঘৰৰ ৰন্ধা-বঢ়াৰ জুতি মই তাহানিখনৰে পৰা লৈ আহিছো।" ডাঃ ৰথীন ভট্টাচাৰ্য্যই সংযোগ কৰিলে, "এই এটা কথাত আপোনাৰ সৈতে মোৰ মতভেদ নাই।"

প্ৰশংসাবোৰ কমলাৰ বেয়া লগা নাছিল। যি হওক, দিনটোৰ কষ্ট অথলে যোৱা নাই। কেনেবাকৈ বেয়া হয় বুলি তেওঁৰ বৰ ভয় লাগি আছিল। কুলকাৰ্ণিৰ কথাখিনিৰ পৰা মানুহবিলাকৰ প্ৰতি তেওঁৰ ধাৰণা কঠোৰৰ পৰা কিছু কুমলি আহিছিল। এতিয়া পাৰ্টিৰ সামৰণি পৰি আহিব ধৰাত তেওঁ সকাহ পাবলৈও ধৰিলে। তেওঁ এখন কাঁহী ভালদৰে ধুই লৈ মাছ-মাংসৰ কোনো গন্ধ-স্পৰ্শ নথকা কেইপদমান খোৱা বস্তু বগা ভাত কেইটামানেৰে সৈতে সজাই আগ্ৰৱাল পত্নীৰ সমুখত এখন টিপয়ত দিলেগৈ। "খাওক, মই চাই দিছো, ইয়াত আপোনাৰ অখাদ্য একো নাই।" মাৰোৱাৰী মহিলা গৰাকীয়ে হাঁহি মাৰি "ধন্যবাদ, হৈ যাব" বুলি শলাগি খাবলৈ ললে।

বজ্ৰঙ্গলালে দূৰত থিয় হৈ এটুকুৰা হাড় চোবাই থকাৰ পৰা দৃশ্যটো দেখি ওচৰ চাপি আহিল। স্ত্ৰীৰ কাঁহীখনলৈ এবাৰ লক্ষ্য কৰি তেওঁ কমলাক কলে, "বাইদেউ, অলপ মাছ-তাছ খুৱাই দিয়কনা, মোৰেই সুবিধা হব, ঘৰতে বহি খাই থাকিব পাৰিম।"

"নেলাগে, সকলো শেষ কৰি দিব নোৱাৰি। সেয়ে হোৱা হলে আজি তেখেতক মই কিজানি ইয়াত লগেই নেপালোহেঁতেন। আপুনিও কিজানি নাহিলহেঁতেন।"

বাৰ বজামানত সঁচাকৈয়ে মানুহবিলাক গ'লগৈ। ঘৰটো নিজম পৰিল। কিষণলাল, ডেবেৰা আৰু বায়ে বস্তুবোৰ থান-থিত লগালে, ধুলে-পখালিলে, নিজে অলপ অলপ খালে। কমলা আৰু বিমলায়ো অলপ অলপ সহায় কৰিলে। অলপ সহায় কৰি দি কুলকার্ণিও ঘৰলৈ গৈছিল আটাইতকৈ শেষত।

বায়েকে কিয়েই বা ভাবিছে বুলি ৰাতি আৰু বিমলাই বিশেষ কথা নেপাতিলে। নিজৰো বৰ ভাগৰ লাগিছিল। বায়েকক শুই থাকিবলৈ কৈ তেওঁ নিজেও দুৱাৰ মাৰি শুলেগৈ।

কমলাই কিন্তু ডেবেৰাহঁতৰ লগতে শেষলৈকে থাকি ডেৰ বজাতহে ভৰি হাত ধুই বিছনাত পৰিলগৈ। সহজে টোপনি নাহিল। পার্টিত হৈ যোৱা ঘটনাবোৰ জুকিয়াই চাবলৈ তেওঁ চেষ্টা কৰিলে। গাঁৱৰ ঘৰৰ নিজম পৰিবেশ, নিয়মীয়া কাম-বনৰ কথা মনলৈ অহাত এইখন কিবা থিয়েটাৰ-থিয়েটাৰ লাগিল। বিমলা যে তাহানি একেলগে ডাঙৰ হোৱা ছোৱালী এই কথা তেওঁৰ আজি ভাবিবলৈকে টান লাগিল। ফৰাফৰ ইংৰাজী মাতে, কি সুন্দৰকৈ সকলো ধৰণৰ মানুহৰ লগত ফেৰ মাৰি চলে, কোনো লাজ-সংকোচ নোহোৱাকৈ মদ ঢালি খুৱাইছে—ভাবিলেই আচৰিত লাগে। অৱশ্যে বিমলা আগৰে পৰা অলপ বেলেগ ধৰণৰ ছোৱালী আছিল। ভয়-ডৰ নাই, গুৰু-গোসাঁই নমনা ধৰণৰ, এইবোৰ কথা কমলাৰ মনলৈ আহিল। তথাপি আজিৰ যিজনী বিমলা সেইজনী ছোৱালী এদিন বায়েকৰ লগত পুৰণি নীতি-নিয়মে চলা গাঁৱৰ ঘৰত ওপজি ডাঙৰ হৈছিল, কমলাৰ যেন বিশ্বাস কৰিবৰে মন নগ'ল।

* * * *



পিচদিনা হীৰেন্দ্ৰৰ স্বাস্থ্যৰ পৰীক্ষা ডাঃ ভট্টাচাৰ্য্যই সম্পূৰ্ণ কৰি দিলে। ব্যৱস্থা-পত্ৰও দিলে। টনিক এটা বিনা পইচাই দিলে। ডাক্তৰক এইবাৰ কমলাই বৰ গম্ভীৰ দেখিলে। বৰ বেছি কথা পতা নাই। বোধহয় আগদিনাৰ পাৰ্টিৰ বাবে সংকোচ বোধ কৰিছিল। অৱশ্যে ক্লিনিকত ৰোগীৰ সংখ্যাও বৰ বেছি হৈছিল। কমলাই দুইবেলা দুবাৰ গৈ কামখিনি কৰাই ললে। দুই বেলাই ভিৰ আছিল। তাৰ পৰা আহিয়েই কমলাই কলে, "আমি কাইলৈ ৰাতিপুৱা যামগৈ।"

"কিয় ?"

"থাকিনো কি কৰিম ? আচল কামটো হৈয়ে গ'ল। তোৰ লগতো এইকেটা দিন কটালো।"

"তথাপি দেচোন, তোৰ লগত ভালদৰে কথা-পতাই নহ'ল। থাক দুদিনমান।"

"নাই, নাই, ঘৰখন এৰি থৈ আহিছো। সোণাই দেউতাকক কি খুৱাইছে কবই পৰা নাই। মাই একো কৰিবকে নোৱাৰে নহয়—বৰ বুঢ়ী হৈছে।"

বিমলাই এটা হুমুনিয়াহ পেলালে। নিজৰ ঘৰ-সংসাৰ-দায়িত্বৰ কথা কলে আৰু বাধা দিব নোৱাৰি। তেওঁ নিজেওতো এতিয়া সহজে কলৈকো যাব নোৱাৰে, নতুনকৈ আজি দায়িত্ব লৈছে, নহলে মটবেৰে থৈ আহিলগৈহেঁতেন। নিজেও বহুত দিন ঘৰলৈ যোৱা নাই।

আসন্ন বিদায়ৰ বেদনাত ৰাতি বিমলাৰ ঘৰখন নিজম পাৰি থাকিল। ডেবেৰা, কিষণলাল, বাই সকলোৰে মনত বেজাৰ। কমলাৰ শেষত বৰ বেয়াই লাগিল। কিন্তু উপায় নাই। তেওঁৰ ইয়াত থাকিবৰ মন যোৱা নাই, ঘৰ এৰি বেছি দিন থাকিবৰ উপায়ো নাই। প্ৰমোদ হাজৰিকাক শিক্ষক আৰু প্ৰেমিক ৰূপেহে আগতে জানিছিল, এতিয়া অভিমানী ল'ৰাৰ ৰূপতো তেওঁ জানিবুজি গ্ৰহণ

কৰিব লগা হৈছে। তেওঁ কমলাক দুদিনো এৰি থাকিব নোৱাৰে স্কুলৰ পৰা আহি ঘৰত নেদেখিলে উচপিচাই থাকে। য'ত থাকে তাৰপৰা মাতি আনিবলৈ কোনোবা এটাক পঠাই দিয়ে। গিৰিয়েকৰ কথা যিমানেই মনলৈ আনিলে কমলাৰ মনটো সিমানেই বেছি অস্থিৰ হবলৈ ধৰিলে। কিন্তু এই কথাতো ভনীয়েকৰ আগত কব নোৱাৰি। জোকাই একলেখীয়া কৰিব।

যিহে ছোৱালী বিমলা, প্ৰমোদ হাজৰিকাক বেছ কিছুদিন ধৰি "ছাৰ-ভিনদেউ" বুলিহে মাতিছিল। কলেজত পঢ়ি থাকোঁতে বন্ধত আহিলে ভিনিহিয়েকক জোকাই থকা-সৰকা কৰিবলৈ কৈছিল— "আপুনি কম নহয় ছাৰ-ভিনদেউ! ছাত্ৰীৰ ওপৰতনো এইদৰে চকু দিব লাগেনে?"

খুলশালীয়েকৰ লগত ধেমালি কৰিবলৈ হাজৰিকায়ো ভাল পায়। উত্তৰত তেওঁ কৈছিল, "মোৰ গাত কি দোষ? বাইদেৱেৰে সেইটো ৰূপ লৈ যিহে ঘনাই মোৰ আগেদি অহা-যোৱা কৰিছিল!"

এই ধৰণৰ ধেমালি ওলালে কমলাই পলাই ফাটমাৰি ৰক্ষা পৰিছিল।

প্ৰমোদ হাজৰিকাক লৈ কমলা জীৱনত খুবেই সন্তুষ্ট। প্ৰথমৰ লাজ-সংকোচ দূৰ হোৱাৰ লগে লগে তেওঁ মানুহজনৰ আচল গুণবোৰ আবিষ্কাৰ কৰিব পৰা হৈছিল। স্ত্ৰীৰ প্ৰতি অত্যন্ত আসক্ত, বিমলাৰ প্ৰতি ভ্ৰাতৃসুলভভাৱে স্নেহশীল, মৌজাদাৰৰ প্ৰতি ভক্তিবান আৰু সৰ্বোপৰি আদৰ্শবাদী, কৰ্ত্তব্যপৰায়ণ। আন চাকৰিলৈ যাবলৈ নাইবা এম্-এ পঢ়িবলৈ বহুতেই উপদেশ দিছিল। কিন্তু গাৱঁলীয়া স্কুলখনক ধৰি ৰাখি অঞ্চলটোৰ সেৱা কৰাৰ মনোভাব এটাই তেওঁক অহৰহ মনে মনে উদগাই আছিল। দিন যোৱাৰ লগে লগে স্কুলখনিৰ প্ৰতি এটা মোহো সোমাল আৰু শহুৰেকে পতা স্কুল বুলি এটা কৰ্ত্তব্যবোধো অনুভৱ হল ভালেখিনি মাটি-বাৰী সম্পত্তি থকা



ঘৰখনত একোৰে অভাৱ নাছিল। স্কুলৰ কাম কৰি অঞ্চলটোৰ উন্নতিমূলক কাম-কাযত সহায় কৰি আৰু সা-সম্পত্তিৰ তদাৰক কৰি সদাহাস্য হৈ থকা মানুহজনক সকলোৱে মৰম কৰিছিল। এতিয়া হেড্‌মাষ্টৰ হৈছে। বয়সৰ লগে লগে বহুখিনি গাম্ভীৰ্য্য আহি পৰিছে যদিও অন্তৰখোলা স্বভাৱটো এতিয়াও বৰ্ত্তমান। বিপদত মানুহক সহায় কৰিবলৈ হাজৰিকাই উপযাচি লৰি যায়। সেই কাৰণে ওচৰ-পাজৰৰ বহুত মানুহেই তেওঁৰ উপস্থিতি ভাবিয়েই জীৱন-যাত্ৰাত সাহ পায়। ঘৰৰ পৰা আঁতৰি থাকিলে কমলাই এইবোৰ কথা মনত পেলাই গৰ্ব অনুভৱ কৰে। হিয়াখন আনন্দত উপচি পৰিব খোজে।

ৰাতি বায়েক-ভনীয়েক আকৌ অকলশৰে লগ লাগিল। কাইলৈ কমলাহঁত উলটি যাবগৈ। গতিকে খাই-বৈ উঠি দুয়ো অলপ মনৰ কথা পাতি লব খুজিছিল। কিন্তু আন কেইদিনৰ দৰে আজি আৰু কোনেও মন খুলি কথা কব নোৱাৰিলে। বিদায়ৰ কথা ভাবিয়েই বোধহয় দুয়োৰে দুখ লাগিছিল।

কমলাই এবাৰ দেৱনাথৰ কথা এনেয়ে উলিয়ালে। সুধিলে, "তাৰ কথা তোৰ মনত পৰেনে?"

"কিয় হঠাৎ দেৱনাথলৈ তোৰ মনত পৰিলনো?"

"এনেয়ে সুধিলো।"

বিমলাই অলপ ভাবি কলে, "এনেয়ে মনত নপৰে। আগৰ কথাবোৰ মনলৈ আহিলে অৱশ্যে কেতিয়াবা তাৰ মুখখন মনত পৰে।"

কমলাই একো নকলে।

বিমলাই আকৌ কলে, "আগৰ কথা ভাবিবলৈ আজিকালি বৰকৈ সময়ো নেপাওঁ।"

কমলাই তেতিয়াও একো নকলে। তেওঁ মাত্ৰ ভনীয়েকৰ কথাৰ এটা অৰ্থ কৰিবলৈ চেষ্টা কৰিলে। দেৱনাথ মৰিল সেই তাহানিতে

চেঙেলীয়া বয়সত। তাৰ পিচত বিমলাৰ কিমান সলনি হৈছে! এতিয়াৰ অৱস্থাৰ লগত তেতিয়াৰ দেৱনাথ নামৰ সৰু ল'ৰা এটাক খাপ খুৱাব নোৱাৰি।

কমলাই আন এবাৰ সুধিলে, "তই বিয়া-বাৰুৰ কথা ভবা নাই নেকি?"

সামান্য হাঁহি বিমলাই কলে, "আজিকালি প্ৰেমত নপৰিলে দেখোন বিয়াই নহয়। মই প্ৰেমত নপৰাই হলো, মোৰ প্ৰেমতো কোনো নপৰা হ'ল।"

কমলাই ডাঃ ৰথীন ভট্টাচাৰ্য্যৰ নাম প্ৰায় মুখলৈ আনিছিলেই। কিন্তু শেষ মুহূৰ্ত্তত কিবা ভাবি একো নকলে। নকবলৈ ঠিক কৰিয়েই তেওঁ উপলব্ধি কৰিলে যে নকৈ ভালেই হ'ল। প্ৰথম কথা ডাক্তৰ বামুণৰ ল'ৰা, গতিকে জাত-কুলৰ প্ৰশ্ন উঠিব পাৰে। সেইটোক বাধা নুবুলিলেও বিমলাৰ নিচিনা বিলাতৰ পৰা ঘূৰি অহা ছোৱালীক কোনো কওঁতা নোলাব। কিন্তু ৰথীন ভট্টাচাৰ্য্যই যে বিমলাক বিয়া কৰাব বা বিমলাই তেওঁক বিয়া কৰাব নাইবা তেওঁলোক পৰস্পৰৰ কাৰণে উপযুক্ত জীৱনসঙ্গী হব এনে অনুমান নহয়। ইজনে সিজনক ইমানদিনে চালি-জাৰি নোচোৱাকৈ নিশ্চয় থকা নাই।

প্ৰথম নিশাৰ দৰে কথা আগ নবঢ়াত দুয়ো শুই থাকিবলৈকে থিৰ কৰি দুফালে গুচি গ'ল।

ৰাতিপুৱা বিমলাই গাড়ীৰে বায়েকহঁতক বাছষ্টেণ্ডত আগবঢ়াই থবলৈ গ'ল। ডেবেৰাহঁতে বৰকৈ কৈ পঠিয়ালে কমলা যেন আকৌ আহে আৰু যেন সোনকালেই আহে। সিহঁতক এৰি যাবলৈ তেওঁৰ সঁচাই বেয়া লাগিছিল।

বাছষ্টেণ্ডলৈ গৈ থাকোঁতে বাটত বিমলাই কলে, "ময়ো যিমান পাৰো সোনকালে এবাৰ ঘৰলৈ যাম। ককাইদেউহঁতৰ লগত চয়-নিচয় এটা কৰিব লাগিব। টকা-পইচাৰ, সা-সম্পত্তিৰ লোভ মোৰো নাই। কিন্তু বৌহঁতৰ অন্যায় সহ্য কৰিব নোৱাৰি। এশিকনি দিবই লাগিব। মতা মানুহ ককাইদেউহঁতেও গম এটা পাওক।"

কমলাই একো মন্তব্য নকৰিলে।

বাছত উঠি কমলাই ভালেখিনি সকাহ পোৱা যেন পালে। সোনকালেই ঘৰ পাবগৈ এই কথা ভাবিয়েই তেওঁৰ বৰ ভাল লাগিল। তেওঁ ইয়াকো আবিষ্কাৰ কৰিলে যে সেই ৰাতি পাৰ্টিটোৰ পৰাই তেওঁৰ মনত এটা অস্বস্তি লাগি আছিল। সেইখন এখন সম্পূৰ্ণ বেলেগ জগৎ, যাৰ লগত তেওঁ কোনো পধ্যেই খাপ খাব নোৱাৰে। সেই কাৰণে উচ্চশিক্ষিতা, উচ্চপদস্থা ভনীয়েকৰ ঘৰলৈ গৈ যিটো আনন্দ পাম বুলি তেওঁ ভাবিছিল সেইটো সেই পাৰ্টিয়ে নোহোৱা কৰি দিলে।

জবা আৰু হীৰেন্দ্ৰক গালে-মুখে হাত ফুৰাই মৰম কৰি, এজাপ কিতাপ আৰু তিনি বাকচ টফী কিনি দি বিদায় দি বাছ চলি যোৱাৰ পিচত বিমলায়ো নিজৰ মটৰত উলটি যাওঁতে ভাবি উলিয়াবলৈ চেষ্টা কৰিলে ঃ পাৰ্টিটোৰ কাৰণেই বাৰু বাইদেৱেকে বেয়া পাই যাব পাৰে নেকি? যিটো পৰিবেশত ডাঙৰ হৈছে, যিটো পৰিবেশত জীৱন কটাইছে তাৰ মাজৰ পৰা অহা সংস্কাৰপূৰ্ণ এজনী ছোৱালীৰ মনত এই ধৰণৰ সমাজ এখনক আথজা লাগিবৰে কথা। তাতে সেইদিনা ৰাতি নন্দিনী ৰাও, ৰথীন ভট্টাচাৰ্য্য আৰু উমেদ আলিয়ে বৰ বেছি হৈ-চৈ উৎপাত কৰিছিল। অতিথিক একো কবও নোৱাৰি। অথচ কমলাৰ নিচিনা গাৱঁৰ নিয়মে চলা মানুহৰ সেইবোৰক ভাল বুলিবৰ কোনো কাৰণ থাকিব নোৱাৰে।

বিমলাই তেতিয়াই ঠিক কৰিলে যে যিমান পাৰে সোনকালে এদিন ঘৰলৈ গৈ অহা ভাল হব। কমলাৰ মনত যদি কিবা খং ৰৈ গৈছে তেন্তে তাক দূৰ কৰি আহিবলৈ চেষ্টা কৰিব লাগিব।

ঘৰ পাই কমলাই স্বস্তিৰ নিশ্বাস পেলালে। নিজকে বৰ সহজ সহজ লাগিল। গাৱঁৰ অৱস্থাপন্ন গৃহস্থী হিচাবে আহল-বহল টিনৰ

ঘৰ, ভ'ৰাল, গোহালি, তামোল-পাণ-নাৰিকল-বাঁহ আদি গছ ভৰি থকা প্ৰকাণ্ড বাৰী আৰু এইখন ঘৰকে চলাবৰ কাৰণে কমলাই দিনৌ কৰি যাব লগা নিৰৱধি পৰিশ্ৰম—এয়েই আছে তেওঁৰ সমুখত বৈ। তথাপি ইয়াকে তেওঁৰ মোৰ-মোৰ, স্বাভাৱিক-স্বাভাৱিক লাগিল।

দহ বছৰীয়া বৰ জীয়ৰী সোণালীয়ে দেখি, "মাহঁত আহিল দেউতা" বুলি দৌৰি পদূলিলৈ ওলাই আহিল। তিনিও ৰিক্সাৰ পৰা নামিছিল। ভায়েক-ভনীয়েকে গৰ্বেৰে বায়েকৰ পিনে হাঁহি হাঁহি চালে। প্ৰমোদ হাজৰিকাও খৰ-খেদাকৈ ওলাই আহিল। পাচে পাচে থৰক-বৰককৈ তেওঁৰ মাক।

কমলাই সোণালীক সাৱটি ধৰি গলে-মুখে হাত ফুৰাই সুধিলে, "ভালে আছ মা? কিবা অসুবিধা হৈছিল নেকি এই কেদিন?"

জীয়েকে কলে, "নাই হোৱা।"

হাজৰিকাই ওচৰ চাপি আহি জবা আৰু হীৰেন্দ্ৰক সাৱটি ধৰি কলে, "মোকো অলপ মৰম কৰি দিয়াচোন! মই হবলা কোনো নহওঁ?"

কমলাই পোন্দোৱাকৈ গিৰিয়েকৰ ফালে চাই আগুৱাই আহি থকা শাহুৱেকৰ ওচৰলৈ গ'ল। "মা!"

চকুৰে ভালকৈ মণিব নোৱাৰা বুঢ়ীয়ে কলে, "আহিলি? চাওঁ ইহঁত দুটা ক'ত?"

পুতেকে জবা আৰু হীৰেন্দ্ৰক মাকৰ ফালে আগবঢ়াই দিলে। বুঢ়ীয়ে সোলা মুখেৰে দুয়োকে টপৰ-টপৰ কৰে চাৰিখন গালত চাৰিটা জধলা চুমা খাই দিলে। সিহঁতে লগে লগেই গাল কেখন হাতেৰে মোহাৰি ললে।

সকলোৱে ঘৰৰ ভিতৰলৈ গ'ল। হাজৰিকা আজি স্কুল বন্ধ কাৰণে ঘৰতে আছে। তেওঁ হীৰেন্দ্ৰৰ অসুখৰ বিষয়ে খা-খবৰ লবলৈ ধৰিলে। বিমলাই কিনি দি পঠিওৱা ঔষধবোৰ আৰু কিতাপবোৰ চালে। পুতেক-জীয়েকক টাউনৰ অভিজ্ঞতা বৰ্ণনা কৰিবলৈ কলে।



কমলায়ো ঘৰুৱা কাম-বনত লাগিবলৈ আৰম্ভ কৰাৰ মাজে মাজে এই কেইদিন ঘৰখনৰ তিনিটি প্ৰাণীয়েনো কেনেকৈ কটালে, সোণালীয়ে ৰান্ধি-বাঢ়ি দিব পাৰিছিল নে নাই, ঘৰৰ পৰা কোনোবা আহিছিল নেকি ইত্যাদি খা-খবৰ লবলৈ ধৰিলে।

হাজৰিকাই ধেমালি কৰি কলে, "বাপেকে-জীয়েকে লগ-লাগি দিনটোত কোনোমতে এসাজ খাওঁ আৰু! ভাত দেখোন নহয় হে নহয়!"

সোণালীয়ে প্ৰতিবাদ কৰিলে, "ইহ হয়! বাপেকে ৰান্ধিছেগৈ! দুইবেলা ময়েই ৰন্ধা নাই? জানিছ মা, খাই পেলাই দেউতাই কয়, মাৰৰ নিচিনাই ৰান্ধিছ অ'! আৰু কয় মাৰহঁতৰ বাক আমালৈ মনত পৰিছেনে?"

কমলাই হাঁহি হাঁহি গিৰিয়েকলৈ মৰমেৰে চায়।

আইতাকে মাজতে কৈ উঠে, "মোৰ হলে পাই ইহঁত দুটা ঘৰখনত নেথাকিলে ভালেই নেলাগে।"

সোণালীয়ে বুঢ়ীক খোচ মাৰি কলে, "অঁতোন! আইতাৰ নাতিনিয়েক ইহঁত দুটাহে!"

হাজৰিকাই জীয়েকক মৰমতে ওচৰলৈ টানি আনি কলে, "এৰা অ' মোৰ আইজনীক কোনেও দেখিব নোৱাৰে। সেই দেখি তোক মই সোনকালে বিয়া দি দিম।"

আইতাকে সোলা মুখেৰে হাঁহি শুধৰণি দিলে, "নহয় অ' পাগলী। তিনিওটা থাকিলেহে ভাল লাগে বুলি কৈছো। ইহঁত দুটা নাছিল কাৰণে তিনিটা হোৱা নাছিলি নহয়!" পুতেকক উদ্দেশ্য কৰি বুঢ়ীয়ে কলে, "তই কি কলি? সোনকালে বিয়া দিবি? খবৰদাৰ! সোণাক মাহীয়েকৰ সমান পঢ়ুৱাব লাগিব।"

"বাৰু বাৰু" বুলি প্ৰমোদ হাজৰিকাই আমোদ পাই হাঁহিবলৈ ধৰিলে। কমলাৰ বৰ ভাল লাগিল। লাহে লাহে তেওঁৰ মনটো বেছি মুকলি হৈ আহিছে। এনে এটা সহজ পৰিবেশৰ অভাৱ অনুভৱ কৰিয়েই তেওঁ অস্বস্তি পাই আছিল।

* * *

কমলা গুচি যোৱাটো ইমান আকস্মিক হল যে খবৰ পাই সকলোৱেই আচৰিত হৈ গ'ল।

প্ৰথমে বিচাৰি আহিছিল আগ্ৰৱাল দম্পতিয়ে। বজ্ৰঙ্গলালৰ তেনে কোনো বিশেষ ইচ্ছা বা অনিচ্ছা নাছিল। কিন্তু শ্ৰীমতী আগ্ৰৱালে কমলাহঁতক চাহ খাবলৈ নিমন্ত্ৰণ কৰিবৰ কাৰণে আহিছিল, সেই ৰাতিৰ পাৰ্টিটোৰ হুলস্থূলৰ মাজত তেওঁৰ মনত কমলাৰ মূৰ্তিটোৱেই আটাইতকৈ বেছি সাঁচ বহুৱাইছিল। দুয়োৰে মাজত ধৰ্ম, ভাষা, সমাজৰ বহুতো ব্যৱধান থকা সত্বেও তেওঁ কমলাৰ লগতেই নিজৰ মনৰ নৈকট্য অলপ অনুভৱ কৰিছিল। বৰ বেছি বা বিশেষ কিবা যে কথা পাতিছিল সিও নহয়; তথাপি যেন দুয়োৰে মনৰ মাজত বহুতো ভাবৰ আদান-প্ৰদান হৈ গ'ল।

কিন্তু নিমন্ত্ৰণ কৰিবলৈ আহি যেতিয়া শুনিলে যে কমলাহঁত আগদিনাই গাৱঁলৈ গুচি গৈছে তেতিয়া আগ্ৰৱাল দম্পতি অবাক হৈ গ'ল। বজ্ৰঙ্গলালে সুধিলে, "কিয়, কিয়? কিবা বিপত্তি হ'ল নেকি?"

বিমলাই দুয়োকে বহুৱাই চাহ যাচি বুজাই কবলৈ চেষ্টা কৰিলে যে ডাঙৰজনী ছোৱালীৰে সৈতে ঘৰখন এৰি থৈ আহিছে, শাহুৱেক বুঢ়ী মানুহ, গতিকে বেছি দিন থাকিব নোৱাৰিলে।

বজ্ৰঙ্গলালে বৰ দুখ পোৱা যেন দেখুৱাই কলে, "ইচ ইচ! আৰু এটা দিন থাকি যোৱা হলেতো একো ক্ষতি নহলহেঁতেন! আপুনি মিছ দুৰবা এটা খবৰ দিব পাৰিলেহেঁতেন।"

শ্ৰীমতী আগ্ৰৱালে কলে, "আমাৰ এটা দুখ থাকি যাব। ভালদৰে কথাই পাতিব নোৱাৰিলো।"

বিমলাৰ মনটোও কিবা এক অনামী বেদনাৰে ভৰি পৰিল। আগ্ৰৱালহঁতৰ আগ্ৰহে তেওঁৰ অন্তৰ চুই গ'ল। বায়েকজনী ভাল মানুহ বুলি বিমলাই জানে। বায়েকক ভালো পায় অত্যন্ত। কমলাই ঠিক মৃতা মাকৰ দৰেই নিয়াৰিকৈ এখন ডাঙৰ সংসাৰৰ ভাৰ বহন কৰি গৈছে বুলিও তেওঁ অনুভৱ কৰে। কিন্তু এইদৰে অচিন-অজান মানুহৰ অন্তৰো বায়েকে জয় কৰিব পাৰিব বুলি এই প্ৰথম তেওঁ আবিষ্কাৰ কৰিলে। গতিকে এই প্ৰথমবাৰলৈ তেওঁ কমলাৰ প্ৰতি শ্ৰদ্ধা অনুভৱ কৰিলে।

বায়েক আকৌ আহিলে আগ্ৰৱাল পৰিয়ালৰ ঘৰলৈ নিনিয়াকৈ কেতিয়াও নেথাকে বুলি দঢ়াই দঢ়াই আশ্বাস দি বিমলাই তেওঁলোকক বিদায় দিলে।

পিচদিনা আহিল কেপ্টেইন কুলকাৰ্ণি। অফিচতে কথাটো কব পাৰিলেহেঁতেন। কিন্তু নতুন দায়িত্ব গ্ৰহণ কৰা এই দিন কেইটাত ঘৰৰ কথা ভাবিবলৈ বিমলাৰ অৱসৰেই নাছিল। তাতে মাজতে কুলকাৰ্ণি দুদিন অফিচলৈ অহাই নাই। অসুখ বুলি ছুটীৰ দৰ্খাস্ত দি ঘৰতে আছিল। বিমলাৰ কিন্তু অনুমান যে অত্যধিক মদ্যপান কৰি পগলা উঠিব নোৱাৰা হৈ আছিল।

"গুচিয়েই গ'ল?" বিস্ময়ান্বিত কথাষাৰ তেওঁৰ মুখৰ পৰা নাটকৰ বচনৰ দৰে ওলাই আহিল।

মই দুদিনমান ৰাখিবলৈ চেষ্টা কৰিছিলো। কিন্তু এক প্ৰকাৰ জোৰ কৰিয়েই গ'লগৈ।"

"আমাৰ ওপৰত কিবা খং কৰি গুচি গ'ল নেকি?" কুলকাৰ্ণিৰ নাটকীয় ভঙ্গী তেতিয়াও আছিল। তেওঁ এইবাৰ মদ খাই অহা নাছিল। সেই কাৰণেই যেন তেওঁ কথাবোৰ স্বাভাৱিকভাবে কব পৰা নাছিল, যেন সহজ হব পৰা নাছিল।

বহিব নোখোজা পগলা কাপ্তানক বিমলাই বহিবলৈ বাৰে বাৰে কৈ কমলা গুচি যোৱাৰ কাৰণ হিচাবে আগ্ৰৱালহঁতক দিয়া ব্যাখ্যাকে দিলে যে কমলাই কাকো বেয়া পাই যোৱা নাই, কাৰোবাক বেয়া পোৱা ছোৱালীয়েই তেওঁ নহয়।

কুলকাৰ্ণি ধমহ কৰে এখন চকীত বহি পৰিল। চিগাৰেট

এটা উলিয়াই লৈ সেইটো বহুত সময় হাতত্তে নজলোৱাকৈ লৈ থাকিল। মানুহটো বৰ গহীন হৈ গ'ল। লাহে লাহে নিজকে কোৱাৰ দৰে তেওঁ কবলৈ ধৰিলে, "ডঃ ছুৰবা, বাইদেউ মোৰ ঘৰলৈ এদিন যোৱাৰ কথা আছিল, তাত ভাত ৰান্ধি আমাক খুওৱাৰ কথা আছিল। চব মাটি হৈ গ'ল। ভাবিছিলো এদিনৰ কাৰণে হলেও মোৰ কোৱাৰ্টাৰটো ঘৰৰ নিচিনা হ'ব। কিন্তু কেনেকৈ হ'ব? মইতো মোৰ ভাগ্য সেই সকতেই পুৰি খাই থৈছো।"

উদ্গত কান্দোন ৰোধ কৰিবৰ কাৰণে বিমলা ঘপহ কৰে চকীৰ পৰা উঠিল। ভিতৰৰ পিনে যাব খুজি তেওঁ কলে, "একাপ চাহ খাওক কাপ্তান।"

"নাখাওঁ।"

"কফি?"

"নাখাওঁ।"

"কি খাব—ক'ল্ড ড্ৰিংক খাব?"

"নাখাওঁ।"

"তেন্তে হট্ লাগিব নেকি?"

"কিবা খুৱাবাই নেকি?" কুলকাৰ্ণিয়ে চিঞৰি দিলে, "তেন্তে একাপ বিষ লৈ আহা।"

বিমলাই একো নেমাতিলে। কুলকাৰ্ণিক নিজে নিজে শাঁত পৰিবলৈ দি পাকঘৰৰ পিনে গ'ল। কেপ্তেইনৰ কাৰণেও ভাতৰ দিহা কৰিবলৈ কৈ আহিল।

কুলকাৰ্ণি সেইদিনা সেইখন চকীতে থমথমকৈ নিৰৱে এঘণ্টামান বহি থাকিল। বিমলাই এবাৰ ৰেডিঅ' পকালেগৈ, এবাৰ বাতৰি কাকতখনৰ ওপৰতে চকু ফুৰালে, এবাৰ হয়তো আহি আলহীৰ ওচৰতে মনে মনে বহি থাকিল। কুলকাৰ্ণিয়ে ইটোৰ পিচত সিটোকৈ কেবাটাও চিগাৰেট খালে আৰু শেষত গুণগুণকৈ কিবা গাবলৈ ধৰিলে। বিমলাই যেতিয়া তেওঁক ভাত খাবলৈ মাতিলে



তেতিয়া কুলকাৰ্ণিয়ে মূৰ তুলি চকুলৈ চাই অলপ হাঁহি কলে, "ভাত? খুৱাব? বল'ক? ঘৰত আজি মোৰ ভাত নহলেই- হেঁতেন। ছাৰ্ভেণ্টটো ছুটীত গৈছে।"

কুলকাৰ্ণিয়ে আৰু বিশেষ আহুকাল নিদি ৰাতি দহ বজামানত গ'লগৈ।

এদিন গধূলি উমেদ আলি আৰু ডাঃ ৰথীন ভট্টাচাৰ্য্য প্ৰায় একেলগে ওলালহি। দুয়ো কমলাৰে খবৰ লবলৈ আহিছিল।

উমেদ আলি লজ্জিত হৈছিল। পাৰ্টিত মদ খাই কি কিয়েই বা কৰিছিল তেওঁতো নিজে কবই নোৱাৰে। গোটেই অঞ্চলটোত তেওঁৰ এটা সন্মান আছে। তেওঁ ইয়াৰ এজন জননেতাও। গাৱঁৰ সমাজত তেওঁৰ এখন বেলেগ আসনেই আছে। বুঢ়া তৰপৰ ৰাইজে এতিয়াও তেওঁক সন্মানৰ চকুৰে চায়। মৌজাদাৰৰ ঘৰৰ লগত তেওঁৰ বহুকালৰে পৰা এটা ঘনিষ্ঠ সম্বন্ধ আছিল। তেওঁ যে মদ্যপানৰ নিচিনা দুষ্কৰ্মতো লিপ্ত হৈছে এই কথা কিজানি মৌজাদাৰৰ ঘৰত কোনেও নেজানে। সেইবাবে কমলাৰ ওচৰত ধৰা পৰি যোৱাত তেওঁ মনে মনে বৰ লাজ পাইছিল। কমলাৰ প্ৰতিক্ৰিয়া বুজিবৰ কাৰণে তেওঁ আহিছিল। বিমলালৈ তেওঁৰ তেনে ভয় নাই। কাৰণ বিমলাৰ নিজৰ ঘৰতে এই ধৰণৰ পাৰ্টি হৈছে যেতিয়া তেওঁৰ পৰা লুকুৱা-লুলুকুৱা একে কথা।

ডাঃ ভট্টাচাৰ্য্য বিমলাৰ বন্ধুত্বৰ খাটিৰত হীৰেন্দ্ৰৰ খবৰ এটা লবলৈ আহিছিল। ঔষধবিলাক দুদিনমান খোৱাৰ পিচত কিবা উপকাৰ পাইছেনে নাই তেওঁ নিজে এবাৰ চাবও খুজিছিল। অন্য কোনো ৰোগীৰ খবৰ তেওঁ সাধাৰণতে এইদৰে নকৰে। কিন্তু বিমলাৰ ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম হবই। বিমলাৰ পৰা ফিজো নলয় অথচ ঘৰতো খবৰ কৰি থাকিবহি। নহলে মুখচোকা বিমলায়ো শুদাই নেৰে। তেওঁৰ প্ৰতি থকা ডাক্তৰৰ দুৰ্বলতাৰ কথাতো সকলোৱে জানে।

কমলাৰ প্ৰতি অপৰাধ বোধ এটা ডাক্তৰৰ মনতো আছিল। সেইদিনা নন্দিনী ৰাওৰ সৈতে প্ৰতিযোগিতা চলাই যিখন খেদাখেদি খেল খেলিলে তাৰ কথা মনত পৰিলে ডাক্তৰৰ কাৰো ওচঁৰত মুখ দেখুৱাৰ ইচ্ছা নহয়। চিকিৎসা ব্যৱসায়ত তেওঁৰ খুব ভাল প্ৰতিষ্ঠা হৈছে সঁচা। কিন্তু অন্তৰত সেই গাৱঁৰ ল'ৰাটিৰ সংস্কাৰ সম্পূৰ্ণৰূপে নিশ্চিহ্ন হৈ যোৱা নাছিল। নতুন জীৱনত নিৰুপায় হৈ কৰি ফুৰা নানান কামৰ কাৰণে ডাক্তৰৰ নিজৰ ওচৰতে অপৰাধী অপৰাধী লাগে।

কমলা গুচি গ'ল বুলি শুনি দুয়ো দুখ কৰিলে।

তাৰ পিচত চাহ খাই দুয়ো ৰাজনৈতিক বিষয়ৰ তৰ্কত প্ৰবৃত্ত হৈ একেলগে ওলাই গ'ল।

ডঃ ৰাও আৰু নন্দিনী ৰাও ইতিমধ্যে গুচি গৈছে। থকা হলে কিজানি তেওঁলোকেও চাহ খাবলৈ মাতিবৰ কাৰণে আহিলহেঁতেন। ডেবেৰা, কিষণলাল আৰু বায়েতো "মা"ৰ কথা কৈয়েই আছে—কিমান ভাল, কিমান মৰমীয়াল, অথচ কিমান সহজ। এই প্ৰশংসাৰ আধাখিনিয়েই বিমলাক সন্তুষ্ট কৰিবৰ কাৰণে বুলি ধৰি ললেও ইহঁতৰ অন্তৰত বায়েকে ৰেখাপাত কৰাটো বিমলাই স্বীকাৰ কৰিবই লাগিব। ইমানবিলাক অচিনাকি মানুহক কমলাই নিৰৱ ব্যক্তিত্বেৰে প্ৰভাৱান্বিত কৰি যোৱা কাৰণে বিমলা অভিভূত হৈ গ'ল। তেওঁ মনে মনে সংকল্প কৰিলে যে তেওঁ যিমান পাৰে সোনকালে এবাৰ গাৱঁৰ ঘৰলৈ যাব।

* * * *

কমলা উলটি অহাৰ সপ্তাহটোৰ পিচৰটো সপ্তাহৰ শনিবাৰে হঠাৎ তেওঁলোকৰ ঘৰত উপস্থিত হ'লহি উমেদ আলি। স্কুলৰ পৰা আহি প্ৰমোদ হাজৰিকা আৰু ল'ৰা-ছোৱালীবিলাকো ঘৰতে আছিল। হাজৰিকাৰ লগত আলি চাহাবৰ ভাল চিনাকি আছে। কিন্তু



এই ঘৰলৈ তেওঁ আগতে কেতিয়াও অহা নাছিল। আহিয়েই বুঢ়াই ভলভলাই কথা কৈ এটা ঘৰুৱা পৰিবেশ সৃষ্টি কৰি পেলালে।

"আইকণ! প্ৰমোদ বোপা! চাওঁ, চাওঁ, ঘৰত কোন কোন আছা!" প্ৰমোদ হাজৰিকাই মাত শুনিয়েই ওলাই আহি আথে-বেথে বহিবলৈ দিলে। "মই আজি আমাৰ গাৱঁৰ ঘৰলৈ গৈছিলো। উলটি আহোঁতে বোলো মৌজাদাৰৰ ঘৰত মাত লগায়েই যাওঁ। আজিকালি বৰকৈ এইপিনে অহাই নপৰে।"

কমলাহঁতৰ গাওঁ পাৰ হৈ দুমাইল আঁতৰত উমেদ আলিহঁতৰ গাওঁ। একেটাই লোকেল বোৰ্ডৰ আলি। আগতে এই বাটেদি অহা-যোৱা কৰোতে উমেদ আলিয়ে সদায়েই কমলাহঁতৰ ঘৰত সোমাইছিল। তেওঁ ৰাজনীতি কৰা মানুহ, এনেয়েও গোটেইখন ভ্ৰমি ফুৰে। প্ৰমোদ হাজৰিকাৰ দেউতাকৰ লগতো পৰিচয় আছিল। কাৰণ হাজৰিকাৰ দেউতাক এজন ভাল পুৰণা কংগ্ৰেছকৰ্মী আছিল। মাত্ৰ এই ঘৰলৈ আলি চাহাবৰ কেতিয়াও অহা হোৱা নাছিল।

কমলায়ো ওলাই আহি মাত লগালেহি। সোণালী, জবা, হীৰেন্দ্ৰ মাকৰ পাচে পাচে আহিছিল।

"এইয়া আইকণ! তুমি বিমলাৰ তাৰ পৰা ঘপকৰে গুচি আহিলা। আমি আকৌ গৈ লগেই নাপালো।… ই এইকিটা দেখোন ডেকা ল'ৰা গাভৰু ছোৱালী! চাওঁ চাওঁ এইপিনে আহা। নাতি-নাতিনী ইমান ডাঙৰ হৈছে কবই নোৱাৰো।… মই আইকণ তোমাৰ কথা ভাবিয়েই তোমালোকৰ ঘৰত সোমাইছিলো। বুঢ়া মানুহ, পাহৰিয়ে গলো যে তোমাৰ বিয়া হৈ গ'ল। তুমি আৰু মৌজাদাৰৰ ঘৰত নাথাকা।"

"তাত সোমাই আহিছে দদাইটি?" তেওঁলোকৰ ঘৰত সোমাই অহা বাবে কমলাই বৰ ভাল পালে।

উমেদ আলিয়ে ল'ৰা-ছোৱালীকিটাক ওচৰ চপাই আনি গালে-মুখে হাত বুলাই মৰম কৰি কৰি কাৰ কি নাম সুধিলে। কমলাৰ

কথাৰ উত্তৰত কলে, "অঁ সোমাইছিলো। পিচে কিবা ভাল নেলাগিল। ককাইদেউ নাই, বৌ নাই—তেখেতসকলতো নেথাকিবই—তোমালোকো নাই। তোমালোকো থাকিব নোৱাৰা। ককায়েৰ-বৌৱেৰহঁত আছে। সিহঁতক লগো পালো। পিচে তেও চোন মোৰ মনটো কিবা ভাল নেলাগিল। কিবা এটা যেন নাই—মানুহ নহয়—আন কিবা এটা যেন হেৰাই গ'ল।"

কমলাই কলে, "দদাইটি বহক, মই চাহ এটোপা কৰো, খাই যাব।"

"অঁ দিয়া আই, ব'দত খোজ কাঢ়িয়েই আহি আছিলো, নেলুটো শুকাই কৰ্কৰীয়া হৈ আছে।"

কমলা ভিতৰলৈ গ'ল।

প্ৰমোদ হাজৰিকাই সুধিলে, "আপুনিতো আজিকালি সৰহভাগ টাউনতে থাকে হবপায় ?"

"এৰা বোপাই, তেনেকুৱাই হৈছেগৈ। বুঢ়া হৈছো, ৰবকৈ লৰি-চৰি ফুৰিবও নোৱাৰো। আজিকালি মোক ল'ৰাহঁতেই খুৱায় বুলিব লাগে।"

হাজৰিকাই পিচে কমলাৰ মুখে উমেদ আলিৰ কাণ্ড-কাৰখানাৰ কথা শুনিছে। প্ৰতিপত্তি হেৰুৱাই বুঢ়া ৰাজনীতিবিদে জগতখনকে গালি পাৰি ফুৰা, মদ খোৱা আদি সম্বন্ধে তেওঁ আগতেও শুনিছিল। কিন্তু এইবিলাক কথা তেওঁ জানে বুলি হাজৰিকাই জনাব নুখুজিলে।

উমেদ আলিয়ে আকৌ কলে, "আমাৰ গাৱঁলৈ গৈছিলো। আপোন মানুহবোৰ আছে নহয়, ক'ত এৰিব পাৰো! পিচে কিবা ভাল নেলাগিল দেখোন! আগৰ লেখীয়া নহয় চোন আজিকালিৰ কথাবোৰ। ল'ৰাহঁতে মানুহক মানুহ বুলি গণিতাই কৰিব নোখোজে। ল'ৰাবোৰেতো কব নোৱাৰে আমি একালত কি কৰিছিলো।"

বুঢ়াৰ সংযত কথাবোৰ বৰ করুণ যেন শুনালে।



প্ৰমোদ হাজৰিকাই জানে এই পুৰণা কংগ্ৰেছ কৰ্মীজনে এজন সাধাৰণ সৈনিকৰূপে স্বাধীনতাৰ ৰণক্ষেত্ৰত জ'পিয়াই পৰিছিল যদিও সংসদী ৰাজনীতিত নামিবৰ দিন ধৰি ক্ষমতাৰ লিপ্সাত পৰি আৰু সম্পদ সংগ্ৰহৰ আকাঙ্খা পূৰাবলৈ গৈ নানান ষড়যন্ত্ৰ, দুৰ্নীতিত লিপ্ত হৈ পূৰ্বৰ মহিমা নিজেই হেৰুৱালে। চহৰৰ সম্পত্তি গঢ়ি তুলিবৰ কাৰণে উমেদ আলিয়ে কি কি কৰিছে সেইটো কাৰো অবিদিত নহয়। পুতেকহঁতক নানা প্ৰকাৰে সুপ্ৰতিষ্ঠিত কৰি দি, দুঃস্থ মানুহক শ'লঠেকত পেলাই সিহঁতক গ্ৰাস কৰি, অলায়ক মানুহক তুলি ধৰি পাচহাতে পুৰস্কাৰ লৈ সম্পত্তি কৰাৰ কথা সকলোৱে জানে। কিন্তু এতিয়া করুণ সুৰত কথা কোৱা কাৰণে প্ৰমোদ হাজৰিকাই আন একো নকৈ মাত্ৰ সাধাৰণভাৱে কৈ থলে, "হয়, আজিকালি আগৰ বহুত বস্তুৱেই হেৰাই গ'ল।"

উমেদ আলিয়ে সোণালীৰ গাত ধৰি ধেমালিৰ সুৰত সুধিলে, "নাতিনী, তই কচোন, এই বুঢ়াই কিবা এটা হেৰাল বুলি বিচাৰি ফুৰিছে—মই বাৰু কি হেৰুৱালো? মই দেখোন নিজেই একো ধৰিব পৰা নাই।"

সোণালীয়েনভবা-নিচিন্তাকৈ হঠাৎ আপ্ত বাক্য এষাৰি কৈ পেলালে, "আপুনিনো আপোনাৰ বয়সটোৰ বাহিৰে কি হেৰুৱাৰ পাৰে?"

উমেদ আলিয়ে প্ৰাণ খুলি হো-হো কৰে হাঁহিবলৈ ধৰিলে। জীয়েকৰ এনে জ্ঞানগৰ্ভ কথাত প্ৰমোদ হাজৰিকাও অবাক হৈ গ'ল। সোণালীক মৰমতে সাৱটি ধৰি বুঢ়া আলি চাহাবে পাৰেমানে হাঁহিবলৈ ধৰিলে। হাঁহি হাঁহি তেওঁৰ চকুদুটা পানীৰে ভৰি পৰিল। ভাগৰ লাগি তেওঁ বৈ গ'ল।

"তুমি ঠিকেই কৈছা আই," উমেদ আলিয়ে কলে, "তুমি ঠিকেই কৈছা। মই বয়স হেৰুৱালো। মই কাল হেৰুৱালো। মই দিন হেৰুৱালো। তাক আৰু ক'ত বিচাৰি পাম? বিচাৰি ফুৰিলে বলীয়ালি হে কৰা হ'ব।"

বুঢ়াৰ হাঁহি শুনি কমলাও ওলাই আহিল। তেওঁকো বুঢ়াই জীয়েকৰ বাক্যষাৰি কলে আৰু আকৌ এবাৰ ব্যাখ্যা কৰিলে। যেন সেই ব্যাখ্যাতে তেওঁ তেওঁৰ জীৱনৰ ৰহস্য বিচাৰি পালে।

উমেদ আলিয়ে চাহ খাই থাকোঁতে চিকচিকীয়া মাখন ৰঙৰ ফিয়েট এখন জোকাৰ-পোকাৰ খাই আঁহি পদূলিমুখত ৰ'লহি। গাৱঁৰ সৰু ল'ৰা এজাক পাচে পাচে দৌৰি আহিছিল। কোননো আহিল বুলি আটায়ে উৎসুক হৈ চাই দেখে বজ্ৰঙ্গলাল আৰু শ্ৰীমতী আগ্ৰৱাল গাড়ীৰ পৰা নামিছে।

প্ৰমোদ হাজৰিকাই চিনি নেপায়। কমলাই দেখি বাহিৰলৈ আহিল। সোমাই অহা বজ্ৰঙ্গলালে নমস্কাৰ জনালে আৰু শ্ৰীমতী আগ্ৰৱালে কমলাক হাঁহি হাঁহি সাৱটি ধৰিলে। কমলাই তেওঁলোকক আগবঢ়াই ঘৰৰ ভিতৰলৈ লৈ গ'ল।

বজ্ৰঙ্গলালে কলে, "আপুনিতো হঠাৎ গুচি আহিল। আমি বৰ বেজাৰ পালো। আমাৰ এওঁ আপোনাক চাহ খাবলৈ মাতিবলৈ গৈ নিৰাশ হ'ল।"

"আহকচোন বাৰু বহক হি"—কমলাই কলে।

শ্ৰীমতী আগ্ৰৱালেও অনুযোগ কৰিলে, "আপুনি এনেকৈ গুচি আহিব বুলি ভবা নাছিলো। ভালদৰে কথাই পতা নহ'ল। ভাবিছিলো আমাৰ ঘৰত মাতি নি খুব কথা পাতিম।"

দুৱাৰমুখতে হাজৰিকা বৈ আছিল। "আপুনি হাজৰিকা নহয় ?" বজ্ৰঙ্গলালে কলে, "নমস্কাৰ! মই বজ্ৰঙ্গলাল আগ্ৰৱাল, এইয়া মোৰ ওৱাইফ। মিছ দুৱৰাৰ লগত আমাৰ খুব ফ্ৰেণ্ডশ্বিপ আছে। বাইদেউ হঠাৎ গুচি আহিল কাৰণে আজি বিচাৰি আহিলো।"

প্ৰতি-নমস্কাৰ জনাই প্ৰমোদ হাজৰিকাই তেওঁলোকক ভিতৰলৈ আগবঢ়াই লৈ গ'ল। ভিতৰ সোমোৱাৰ লগে লগে উমেদ আলিয়ে কৈ উঠিল, "কিহে বজ্ৰঙ্গ কি মতলব ?"

"আৰে আপুনি ?" বজ্ৰঙ্গলাল অবাক। "আপুনিতো ছাৰ আমাতকৈ



আগতে মজুত ? আমি কিবা মতলব পকাম বুলি আপুনি কেনেকৈ জানিলে ?" চকী এখনত বহি বজ্ৰঙ্গলালে কলে, "আমি ৰাতিপুৱাই গৈছিলো এজন আত্মীয়ৰ ঘৰত—মেইন ৰাস্তাত। শ্ৰীমতীয়ে কলে যে ঘূৰি যাবৰ সময়ত বাইদেউৰ ঘৰত সোমাই যাবই লাগিব।"

শ্ৰীমতী আগ্ৰৱালে কমলালৈ চাই হাঁহি হাঁহি মূৰ দুপিয়ালে। তেওঁ সোণালী, জবা, হীৰেন্দ্ৰক ওচৰলৈ মাতি আনি মৰম কৰি মিঠাইৰ ডাঙৰ টোপোলা এটা দিলে।

তেতিয়াও চাহ খাই শেষ নকৰা উমেদ আলিক বজ্ৰঙ্গলালে সুধিলে, "আপুনি কিয় আহিলে ছাৰ ? নে আমাক ভবাৰ দৰে আপোনাৰো কিবা মতলব আছে ?"

মতলব শব্দটোৰ কাৰণে আন সময়ত হোৱা হলে উমেদ আলিৰ খঙেই উঠিলহেঁতেন। কিন্তু এতিয়া নুঠিল। প্ৰথম কথা পোনচাটেই তেওঁ নিজে সেই শব্দটো বজ্ৰঙ্গলালৰ ক্ষেত্ৰত প্ৰয়োগ কৰিলে। দ্বিতীয়তে, সেই শব্দটোতে গইনা লৈ তেওঁ এটা তাৎপৰ্য্য সৃষ্টি কৰিব খুজিলে। চাহৰ কাপত শেষটো ঢোক মাৰি তেওঁ হাজৰিকা আৰু কমলাৰ ফালে অৰ্থপূৰ্ণভাৱে চাই কলে, "মই এটা বস্তু বিচাৰি ফুৰিছো। বৰ মহঙা বস্তু—দুষ্প্ৰাপ্য। সেইটো তোমাকো লাগে, সকলোকে লাগে। কিমানে পাব পাৰে সন্দেহ।"

বজ্ৰঙ্গলালে ৰহস্য বুজিব নোৱাৰিলেও সাৱধানে প্ৰশ্ন কৰিলে, "ইমান ডাঙৰ বস্তুটো—সেইটো নহলে নহয় নেকি ?"

"নহয়, নহলেই নহয়। সেইটো কি আগতে জনাটোহে আচল কথা।··· বাৰু যাওক সেইবোৰ। মোক ইয়াত দেখি আচৰিত হবৰ কোনো কাৰণ নাই। মই ইয়াৰে ল'ৰা। এইফালে মোৰ চাৰেক গাৱঁৰ ঘৰ আছে। তালৈ আহিছিলো।"

কমলাই শ্ৰীমতী আগ্ৰৱালক ঘৰ-বাৰী দেখুৱাবলৈ ভিতৰৰ পিনে লৈ গ'ল। শাহুৱেকৰ লগত চিনাকি কৰি দি, ঘৰবোৰ দেখুৱাই বাৰীখন ফুৰালে, পুখুৰী পাৰলৈকো লৈ গ'ল আৰু অসমীয়া গাওঁ

এখনৰ জীৱন কেনেকুৱা বুজাই দিবলৈ চেষ্টা কৰিলে। সোণালী আৰু জবাক মাৰোৱাৰী মহিলা গৰাকীয়ে অনবৰত দুহাতেৰে টুকালে ধৰিয়েই লৈ ফুৰাইছিল।

নানান প্ৰশ্ন কৰি তেওঁ অসমীয়া গাঁৱৰ জীৱনযাত্ৰা সম্বন্ধে জানি লবলৈ চেষ্টাও কৰিছিল। ঘূৰি-পকি চাবিওফালে চাইছিল।

পুখুৰীপাৰতে বহুত সময় তেওঁলোকে ৰৈ থাকিল।

পুখুৰীৰ স্থিৰ পানীলৈ একেথৰে চাই থাকি শ্ৰীমতী আগ্ৰৱালে কলে, "আপোনাক ইয়াত গাঁৱত লগ পাই ভালেই হ'ল। মোৰ বৰ ভাল লাগিছে। আপুনি কি কাৰণে হঠাৎ গুচি আহিল মই এতিয়া বুজিছো। টাউনত কি হুলস্থুল আপুনি দেখিলেই—মোৰ উপায় নাই—বাধ্য হৈ সকলো সহ্য কৰিব লাগে। আপোনাৰ তাৰ কোনো দৰকাৰ নাই। ইয়াত শান্তি আছে। তাত শান্তি নাই। কিন্তু কি যে আছে তাক কোনেও কব নোৱাৰে।"

তেওঁ নিৰৱ হৈ গ'ল। শেষৰ ফালে কথাখিনি বৰ করুণ যেন শুনালে। হিন্দীতে কৈছিল যদিও কমলাই কথাবোৰ বুজি পাইছিল। মানুহজনীকো তেওঁ বুজি পালে। বিমলাৰ ঘৰৰ সেই তপত পাৰ্টিটোতো তেওঁ এই মহিলা গৰাকীক যেন অলপ বুজিব পাৰিছিল।

সোণালী আৰু জবাই একো নুবুজি এবাৰ এই ভিন সমাজৰ মহিলা গৰাকীলৈ আৰু এবাৰ মাকৰ ফালে চাবলৈ ধৰিলে।

কমলাই লাহেকৈ কলে, "যাওঁ বলক। আপোনালোকক চাহ একাপ একাপ দিওঁগৈ।"

শ্ৰীমতী আগ্ৰৱালে দীঘলকৈ হুমুনিয়াহ এটা পেলাই কমলাৰ ফালে চালে আৰু করুণ হাঁহি এটা মাৰিলে। তেওঁ কমলাৰ গাত ধৰি কলে, "কৃপা কৰি আপুনি মোৰ কথা মনত ৰাখিব। আকৌ টাউনলৈ গলে যেন মোক এটা খবৰ পঠিয়ায়। মই আমাৰ ঘৰলৈ নিয়াৰ বন্দৱস্ত কৰিম।"



কমলাই কথা দিলে। তেওঁলোক তাৰ পৰা আঁতৰি আহিল। বজ্ৰঙ্গলাল আৰু উমেদ আলিৰ তৰ্ক তেতিয়াও চলি আছিল। প্ৰমোদ হাজৰিকাই তাকে চাই আমোদ উপভোগ কৰিছিল।

আলি চাহাবে কৈছিল, "তুমি ধন ঘটিছা, তাৰ কাৰণে খুব কষ্ট কৰিছা—হয়তো অন্যায়ো কৰিছা—অন্যায় নহলে আজিকালি ব্যৱসায়েই নহয়। কিন্তু ধন লৈ কি কৰিবা? তুমি কি ঠিক ধনেই বিচাৰিছা? বুকুত হাত দি কব পাৰিবানে? কেতিয়াও নোৱাৰা। নোৱাৰা কাৰণেই আন উপায় নেপাই খালি ধনকে ঘটিছা।"

বজ্ৰঙ্গলালে হাঁহি হাঁহি উত্তৰ দিছিল, "আপুনিতো ছাৰ আজি ফিলছফী আৰম্ভ কৰি দিলে। নিজে জীৱনভৰ এইচবকে কৰি এতিয়া আমাক ক্ৰিটিচাইজ কৰিছে।"

উমেদ আলিক দিয়াৰ দৰে দুটা বানবাটিত ঘটিৰ মুখত দিয়া ৰধা-চাউলৰ জলপান গাখীৰেৰে আগ্ৰৱালহঁতক দি কমলাই কলে, "গাঁৱলৈ আহিছে যেতিয়া মিঠাই-বিস্কুটেৰে আপোনালোকক চাহ-জলপান নিদিওঁ। বৰা চাউলৰ জলপান খাই যাওক।"

"হব হব বাইদেউ, ভালেই হব," বজ্ৰঙ্গলালে কলে।

জলপান খাই খাই শ্ৰীমতী আগ্ৰৱালে কলে, "ইয়াতকৈ ভাল বস্তু আৰু কি হব পাৰে? খাটি গাখীৰ, মিঠা চাউল—বচ্।"

বজ্ৰঙ্গলালে স্বীকাৰ কলে, "ৰবাচাউলতো দেখিছাই। কেনেকৈ কৰে শিকি লোৱানা।"

উমেদ আলিয়ে মাত লগালে, "মিছেছ আগ্ৰৱাল, আপোনালোক যে এনেকৈ ওলাবাহ ভাবিবই পৰা নাছিলো। বৰ ভাল লাগিল।"

শ্ৰীমতী আগ্ৰৱালে কলে, "ইমান দিন অসমত আছো কিন্তু ইয়াৰ গাওঁ দেখা নাই। কমলা বহিনক লগ পোৱাৰ ছলেৰে গাওঁও চোৱা হ'ল।"

প্ৰমোদ হাজৰিকাই সুধিলে, "কেনে লাগিছে ?"

"খুব ভাল লাগিছে। চাৰিওফালে ইমান গছ, কেৱল সেউজীয়া আৰু সেউজীয়া—আমাৰ ৰাজস্থানত খেতি চপাবৰ সময়ত ল'ৰাহঁতে ফূৰ্তি কৰি ফুৰা সময়ৰ কথা মনত পৰিছে।"

বজ্ৰঙ্গলালে মন্তব্য কৰিলে, "আৰে তুমিতো কবি হৈ গ'লা! মনে মনে লিখা নেকি ?"

সকলোৱে আমোদ পালে।

উমেদ আলিয়ে কলে, "আমাৰ গাওঁ ভাল নিশ্চয় মিছেছ অগ্ৰৱাল, কিন্তু সম্পূৰ্ণ ভাল নহয়। এতিয়া খৰালি কাল, চাৰিওফালে আপুনি শুকান দেখিছে, মুকলি দেখিছে। কিন্তু বৰষুণৰ দিনত ইয়াত বোকা হয়, বাট-পথ লেতেৰা হয়, জোক-জেলুক-সাপ-বেং ওলায়, বানপানীয়ে আকাল আনে। এই বাহ্যিক বেয়াখিনিৰ উপৰিও মানুহৰ মনৰ মাজতো বহুত বেয়া আছে—পাপ আছে, অবিদ্যা আছে।"

"সেইটোতো চব জাগাতে আছে ছাৰ," বজ্ৰঙ্গলালে কলে।

ঘৈণীয়েকেও তেওঁক সমৰ্থন কৰিলে, "হয় আলি চাহাব, মানুহৰ পাপ আজি কোন জাগাত নাই? সকলোতে আছে। কিন্তু সেইবোৰৰ পৰা আঁতৰি থাকিবও পৰা যায়। সেইটো কৰিবৰ উপায় ইয়াত আছে। আমাৰ টাউনত নাই। পকা আলি পকা ঘৰ—তাত চব পকা—কিজানি মানুহো পকা হৈ গৈছে, পাথৰ হৈ গৈছে।"

"হনুমান জী!" বজ্ৰঙ্গলালে কৃত্ৰিম ভয়ভাবত কৈ উঠিল, "হেৰা হেৰা! মোকো তোমাৰ পাথৰ যেন লাগে নেকি? কি মস্কিল! মোৰতো আলি চাহাবৰ সমান বয়স এতিয়াও হোৱা নাই! মোক এনেকৈ ভাবা যদিও তুমি ঘৰত একো কোৱা নাছিলা। তোমাক ইয়ালৈ আনি মই মহাভুল কৰিলো।"

সকলোৱে হাঁহিবলৈ ধৰিলে। শ্ৰীমতী আগ্ৰৱালে অলপ লাজ পালে। উমেদ আলি আজি সংযত, গম্ভীৰ, দাৰ্শনিকতাপ্ৰয়াসী হৈ পৰাৰ দৰে পৰিবেশৰ গুণত যেন তেওঁও হঠাৎ অন্তৰ মুকলি কৰি



দিয়া স্পষ্টবাদিনী হৈ উঠিছে। এই পৰিস্থিতিৰ মাজৰ পৰা এটা মধ্যবৰ্তী সিদ্ধান্ত দিবৰ মনেৰে হাজৰিকাই কলে, "মিছেছ আগ্ৰৱালৰ প্ৰশংসাখিনি আমি ধন্যবাদেৰে গ্ৰহণ কৰিলেও কব লাগিব যে আমাৰ আলি চাহাবে যি কৈছে সিও সত্য কথা। আমি এই গাৱঁত থাকিবলৈ পাই অসুখী নহওঁ, কিন্তু তেখেতে কোৱা কাৰণৰ নিমিত্তে আমাৰ অশান্তি-অস্বস্তিও আছে।"

বজ্ৰঙ্গলালহঁত যাবলৈ ওলাল। উমেদ আলিক কলে, "টাউনলৈ যায় যদি ব'লক ছাৰ, আমাৰ গাড়ীতে যাব পাৰিব। নে গাড়ী আনিছে ?"

"গাড়ী?" বুঢ়া হঠাৎ জলি উঠিল, "মোৰ গাড়ী? মই আজাদীৰ চিপাহী আছিলো, চিপাহী হৈয়ে মৰিম। চিপাহীৰ গাড়ী নেথাকে। বুইছা ?"

"কিন্তু প্ৰায়েইতো ঘৰৰ মটৰত আপোনাক দেখো?" বজ্ৰঙ্গলালে জোকাই চালে।

"ঘৰৰ হব পাৰে, মোৰ নহয়—সেইবোৰ ল'ৰাহঁতৰ।" তাৰ পিচত বুঢ়াই কমলাহঁতৰ পৰা বিদায় ললে। সোণালীহঁতক গালে-মুখে হাত ফুৰাই চুমা খালে। কমলাক কলে, "আই অ'! এই বুঢ়ালৈ নেপাহৰিবি। মোৰ সুখৰ দিনৰ তইঁতেই স্মৃতি। মোক জগতে এৰিছে।"

দুখতে কমলাই একো কব নোৱাৰিলে।

বুঢ়াই হাজৰিকাৰ দুয়োখন হাতত নিজৰ দুহাতেৰে ধৰি কলে, "প্ৰমোদ বোপা! যাওঁ। তুমি কম কথা কোৱা—দেউতাৰাৰ দৰেই। কিন্তু দেউতাৰাৰ দৰেই তুমি নিৰৱে দেশৰ কাম কৰি গৈছা। বিদ্যা-বুদ্ধি আছিল, ইচ্ছা কৰা হলে তুমি চৰকাৰী চাকৰিত সোমাই আজি ডাঙৰ অফিচাৰ হব পাৰিলাহেঁতেন। কিন্তু গাৱঁলীয়া স্কুলৰ হেড্মাষ্টৰ হৈ তুমি আজি তাতোকৈ ডাঙৰ মানুহ হৈছা। কেনেকৈ হৈছা মই এতিয়া বুজাই কব নোখোজো। কিন্তু স্বাধীনতাৰ এজন

পুৰণা সৈনিকৰ এই কথা সত্য বুলি তুমি মানি লব পাৰা।··· ব'লা বজ্ৰঙ্গলাল, তোমাৰ গাড়ীতে মোকো লৈ ব'লা। মইতো পৰৰ ওপৰতে আজিকালি চলো।"

সকলোৱে চোতাললৈ ওলাই গ'ল।

হঠাৎ পেঁট পেঁটকৈ হৰ্ণ বজাই বজাই এখন প্ৰকাণ্ড ক'লা পুৰণা গাড়ী জঁপিয়াই জঁপিয়াই আহি ইথন গাড়ীৰ পাচতে বৈ গ'লহি।

সকলোৱে কৌতূহলেৰে চাই দেখে দুফালে দুখন দুৱাৰ খুলি নামি আহিছে বিমলা আৰু কুলকাৰ্ণি! অলপ পিচতে ষ্টিয়েৰিং হুইল এৰি ডাঃ ৰথীন ভট্টাচাৰ্য্যও নামি আহিল।

"মই গড!" কেপ্তেইন কুলকাৰ্ণিয়ে চিঞৰি উঠিল, "ডেয়াৰ নেচেচিটী ইজ গ্ৰেটাৰ ডেন আৱাবছ! সিহঁতৰ অৱস্থা আমাতকৈ বেয়া—আগতেই আহিছে।"

পদূলিতে দুই দলৰ অগা-ভেটা হৈ গ'ল।

"কি কথা কি বতৰা?" বিমলাই সাধাৰণভাৱে সুধিলে।

বজ্ৰঙ্গলালে কলে, "আমাৰ কথা-বতৰা, চাহ-জলপান চব হৈয়ে গ'ল। এতিয়া ঘূৰিহে যাওঁ।"

"হয় নেকি?... ভিনদেউ! কি সোণা! জবা, হীৰেন্দ্ৰৰ অসুখ ভাল হৈছেগৈনে? ডাক্তৰ আহিছে লগতে।··· বাইদেউ, আজি শনিবাৰ কাৰণে অফিচটো কোনোমতে বন্ধ কৰি থৈ মই আহিবলৈ ওলালো, এনেতে এওঁলোক দুজনে গম পাই কলে বোলে এওঁলোকো আহিব। গাড়ী ডাক্তৰৰে।"

"ভালেই হল।"

"নহয় বাইদেউ!" কুলকাৰ্ণিয়ে প্ৰতিবাদ কৰিলে, "বিমলাৰ লগত মই অকলেহে আহিব খুজিছিলো। কিন্তু যেতিয়া মই ডাক্তৰক কলো তেতিয়া তেওঁও মোৰ লগতে গুচি আহিল।"

কেপ্তেইন আৰু ডাক্তৰৰ লগত বিমলাই প্ৰমোদ হাজৰিকাক চিনাকি কৰি দিলে। হাজৰিকাৰ হাতত ধৰি কুলকাৰ্ণিয়ে বিনয়েৰে



কলে, "মোক পাগলা কাপ্তান বোলে। আচলতে মই বলীয়া নহয়। আপোনাৰ স্ত্ৰীক সুধিব—বাইদেউ, অলপ কৈ দিব না! মোক ভাল মানুহ বুলিয়ে কব পাৰিব। মিছ দুৱৰাৰ তলত কাম কৰো। বাইদেউ হঠাৎ গুচি আহিল, কিবা খং-চং কৰিয়ে আহিছে নেকি বুলি খবৰ কৰিবলৈ আহিলো।"

"নাই নাই, কিয় খং কৰিব?" প্ৰমোদ হাজৰিকাই কলে, "তেওঁ আপোনালোকক খুব ভাল পাই আহিছে।"

কুলকাৰ্ণিয়ে নিৰৱে হাত দুখন কপালত লগালে।

"ইয়ং মেন!" উমেদ আলিয়ে ৰথীন ভট্টাচাৰ্য্যক উদ্দেশ্য কৰি কলে, "গাৱঁলৈ হঠাৎ মনত পৰিল কিয়?"

ডাঃ ভট্টাচাৰ্য্যই কলে, "আপোনাৰ যে পৰিব পাৰে, মোৰনো নোৱাৰেনে?"

"মই গাৱঁতে ওপজিছিলো। ইয়াৰ পৰা দুমাইল আঁতৰত মোৰ গাওঁ। তালৈ মই আজি বাছৰ পৰা নামি খোজ কাঢ়ি গৈছিলো।"

"পাহৰি নেযাব মযো গাৱঁৰে ল'ৰা।"

ৰাজনৈতিক প্ৰতিদ্বন্দ্বী দুজনৰ তৰ্কাতৰ্কি আৰু কিমান আগ-বাঢ়িলহেঁতেন কব নোৱাৰি। কিন্তু তাক বন্ধ কৰিবৰ মনেৰে মাজতে বজ্ৰঙ্গলালে কৈ উঠিল, "আৰে আমি চবেই গাৱঁৰ মানুহ। খালি থাকো চহৰত। এইতো কথা? বচ, আহক ছাৰ, আমাৰ দেৰী হৈ যাব।"

গতিকে কথা সিমানতে বন্ধ হ'ল। আকৌ এবাৰ মেলানি মগা-মগি হ'ল। শ্ৰীমতী আগ্ৰৱালে আকৌ এবাৰ কমলাক সাৱটি ধৰিলে। তাৰ পিচত বজ্ৰঙ্গলালে নিজৰ গাড়ীখন চোতাললৈ সুমুৱাই দিলে, ডাক্তৰে তেওঁৰ গাড়ী আগুৱাই দিলে আৰু বজ্ৰঙ্গলালে আগৰ ছিটত উমেদ আলিক আৰু পাচৰ ছিটত ঘৈণীয়েকক অকলে বহুৱাই লৈ গুচি গ'ল। কমলা আৰু প্ৰমোদ হাজৰিকাই নতুন আলহী

কেজনক লৈ আকৌ ভিতৰলৈ সোমাই গ'ল। কুলকার্ণি সোণালী, জবা, হীৰেন্দ্ৰক লৈ ব্যস্ত হৈ পৰিল।

কেপ্টেইন আৰু ডাক্তৰৰ অনুযোগৰ উত্তৰত কমলাই সোণালীক দেখুৱাই কলে, "এইজনীক দেখিছে নহয়, আৰু এইখন ঘৰো দেখিছে—এইৰ ওপৰতে সকলো এৰি থৈ গৈছিলো। মইনো তাত ক'ত শান্তিত থাকিব পাৰো? শাহুৰো বয়স হৈছে, একো কৰিব নোৱাৰে।"

আলহীক প্ৰমোদ হাজৰিকাৰ লগত বহুৱাই থৈ কমলা আৰু বিমলা ভিতৰলৈ গ'ল। সোণালীও অলপ পিচত গ'ল। ডাঃ ভট্টাচাৰ্য্যই হীৰেন্দ্ৰৰ অসুখৰ খবৰ ললে। ঔষধ খোৱা আৰু স্বাস্থ্যৰ উন্নতি হোৱা সম্বন্ধে হাজৰিকাই জনালত ডাক্তৰে কলে যে ঔষধ পূৰা এমাহ খাওক, ভাল হৈ যাব লাগে, নহলে দেখা যাব।

কমলাই সোণালীক লৈ পাক ঘৰত সোমাইছিল।

বিমলাই বিছনাত এনেয়ে বাগৰ দি থকা হাজৰিকাৰ মাকক "আইতা" বুলি মাত লগালেগৈ। "বিদেশী" মানুহৰ আগত ওলাবলৈ বুঢ়ীয়ে টান পায় আৰু শৰীৰ কাহিল হৈ অহাৰে পৰা এনেয়েও বিছনাতে পৰি থাকে।

"কোন? বিমলা নেকি?" বুলি বুঢ়ী বিছনাতে উঠি বহিল। বিমলাই তেখেতক নামিবলৈ নিদি বিছনাতে গৈ বহিল। "ময়েই আইতা। আপোনাৰ গা ভাল নহয়?"

"মোৰ ভাল-বেয়া কি আই! সদায় এনেকুৱা। তুমি ঘৰলৈ আহিলা?" এই বুলি বুঢ়ীয়ে বিমলাক গালে-মুখে হাত ফুৰাই মৰম কৰিলে আৰু হাত এখনত সাৱটি ধৰি থাকিল। বুঢ়ীক বিমলাৰ এজনী সৰু ছোৱালী যেন লাগিল।

তেওঁ কলে, "ঘৰলৈ যোৱাই নাই। ইয়াতে প্ৰথমে সোমালো। আৰু দুজন লগত আহিছে—হীৰেন্দ্ৰৰ ডাক্তৰজন আৰু এজন মাৰাঠী মানুহ, আমাৰ লগতে কাম কৰে—তেওঁলোকো আহিব খুজিলে।"



"অ' সেই কাপ্তান নেকি?"

বিমলাই হাঁহিলে, "হয়। বাইদেৱে কৈছেহি হবলা?"

বুঢ়ীয়ে কিবা কবলৈ পোৱাৰ আগতেই "ক'ত, আই ক'ত, বাইদেউ" বুলি পগলা কাপ্তান সোমায়েই আহিল। জবাই বাট দেখুৱাই আনিছে।

বুঢ়ীৰ অলপ উচপিচনি লাগিল। বিমলাই বিছনাতে বহি থাকিবলৈ দি অলপ ডাঙৰকৈ কলে, "এইফালে কাপ্তান! আহক, মই আছো।"

জবাৰ পাচে পাচে কুলকার্ণি সোমাই আহিল। তেওঁ "আই" বুলি পোনে পোনে বিছনাখনলৈ আহি বুঢ়ীৰ ভৰি দুটাত ধৰি কবলৈ ধৰিলে, "আপোনাৰ ল'ৰা-ছোৱালী, নাতি-নাতিনী বহুত। মোকো এটা বুলি ধৰক। মই বহুত দিন বোম্বাইৰ পিনে আছিলো, এতিয়া আহিছো। আপোনাৰ প্ৰমোদ যেনেকুৱা ময়ো তেনেকুৱা। এই বিমলা, কমলা যেনেকুৱা, জবা, সোণা, হীৰেন্দ্ৰ যেনেকুৱা, ময়ো তেনেকুৱা।"

বুঢ়ীয়ে কঁপা হাত এখনেৰে কুলকার্ণিৰ মূৰত ছুই দি কলে, "ভালে-কুশলে থাকা বোপাই, সুখেৰে থাকা।"

জবা আৰু বিমলাই চকুৱে চকুৱে চাই মিচিক-মিচিক হাঁহি আছিল।

কুলকার্ণিয়ে বুঢ়ীলৈ চাই কলে, "মোৰ আপোন মা-বাবা কোনো নাই। মই আপোনাৰ আশীৰ্বাদ কিজানি আগতেই লব লাগিছিল।"

তেওঁ জবাক লৈ ওলাই গ'ল আৰু বাৰীখন ভালদৰে চালেগৈ। তাৰ পিচত জলপান কৰি থকা কমলাক মাত লগাই আকৌ বাহিৰত হাজৰিকা আৰু ডাঃ ভট্টাচাৰ্য্যৰ লগত বহিলগৈ।

কিছুপৰৰ পিচত বিমলাও বায়েকৰ ওচৰত বহিলগৈ।

"তই আজি ঘূৰি নেযাৱ নহয়?"

"নেযাওঁ।"

"এতিয়া ঘৰলৈ যাবি নেকি ?"

"চাওঁচোন ! মই পিচে ইয়াতে থাকিম ।"

বিমলাক আজি অস্বাভাৱিকভাৱে গহীন যেন দেখা গৈছিল। মন খুলি যেন কথা কোৱা নাছিল। কথাটো কমলাই মন কৰি আছিল। এবাৰ সুধিলে, "তোৰ গা ভাল নহয় নেকি ?"

"ভালেই। কিয় সুধিলি ?"

"বৰ মনমাৰি থকা যেন লাগিছে।"

অলপ পৰ মনে মনে থাকি বিমলাই কলে, "তোৰ ঘৰ-সংসাৰ আছে, ল'ৰা-ছোৱালী আছে, মনটোক লগাবলৈ ঠাই পাইছ। মই ক'ত লগাম ? ডেবেবা, বাই, কিষণলালত লগালেহে হব।"

"ঘৰ-সংসাৰ কৰ তেনেহলে।"

"চাচোন গাৱঁতে ল'ৰা এটা।"

"অঁ গোটেইখন ভূ-ভাৰস্ত ঘূৰি আহি এতিয়া আমাৰ এই ঘোকোটৰ গাৱঁতহে তোৰ দৰা ওলাব !"

"গোটেইখন ভূ-ভাৰস্তত নোলাল কাৰণেহে তো কৈছো। বাকু বাদ দে সেইবোৰ। মই বিয়াৰ কাৰণে হামবাও কাঢ়ি মৰা নাই। সময় হলে তইঁতেই প্ৰথমে গম পাবি।"

আকৌ অলপ নিৰৱে পাৰ হৈ যোৱাৰ পিচত কমলাই সুধিলে, "এখেতসকল দুজনকঁনো লগ পালি ক'ত ?"

"কাপ্তানে আগৰে পৰা আমাৰ ইয়ালৈ আহো আহো কৰি আছিল। আজি যে আহিম সেইটোও জানে। হঠাৎ দেখোন ডাক্তৰৰ গাড়ীত দুয়োজন আহি উপস্থিত। মোৰ গাড়ী আনিবলৈকে নিদিলে। লগ লগা কথাটো কাপ্তানেহে কৈছে, মই একো নেজানো।"

বিমলাই যিখিনি ইয়াৰ পিচত কলে তাৰ পৰা কমলাই ৰথীন ভট্টাচাৰ্য্য সম্বন্ধে ভালেখিনি কথা অনুমান কৰি ললে।



বিমলাৰ প্ৰতি ডাঃ ভট্টাচাৰ্য্যৰ এটা দুৰ্বলতা আছে। কিন্তু তাক তেওঁ কোনো দিনে প্ৰকাশ কৰিবলৈ সাহ কৰা নাই। সকলো শেষ হৈ যাব বুলি তেওঁ বৰ ভয় কৰে। সকলো শেষ হৈ গলে বন্ধু মহলত আৰু চহৰত সকলোৱে কথাটো গম পাব। তেতিয়া তেওঁৰ সন্মানত আঘাত লাগিব। সন্মানত আঘাত লাগিলে যি মহৎ কামৰ তেওঁ কল্পনা কৰি আছে সেইটো ধ্বংস হৈ যাব।

ডাক্তৰে সদায় ভাবি আহিছে যে কেপ্তেইন কুলকাৰ্ণি তেওঁৰ ঘোৰ প্ৰতিদ্বন্দ্বী। তেওঁ অনুভৱ কৰে যে বিমলাই তেওঁক বৰকৈ প্ৰশ্ৰয় দিব নোখোজে যদিও তেওঁলোকৰ মাজত খুব ভাল বন্ধুত্ব আছে আৰু ইয়াৰ কাৰণ হৈছে এই মাৰাঠী কেপ্তেইনৰ সঘনে বিমলাৰ ঘৰলৈ আহ-যাহ। শিক্ষা-দীক্ষা, প্ৰতিভা পজিচন একোতে কুলকাৰ্ণিক ডঃ বিমলা দুৱৰাৰ উপযুক্ত বুলি ডাক্তৰে নেভাবে। কিন্তু ছোৱালী মানুহৰ কথা একো ধৰিব নোৱাৰি। যাক দেৱী বুলি ভাবি থকা যায় তায়েই সময়ত নীচ মানুহৰ দৰে আচৰণ কৰে। কুলকাৰ্ণিয়ে কিবা প্ৰকাৰে দুজনৰ মাজত ব্যৱধানৰ সৃষ্টি কৰি আছে বুলি ডাক্তৰৰ ধাৰণা। গতিকে তেওঁ ৰাজহুৱা জীৱনত উমেদ আলিক যেনেকৈ দেখিব নোৱাৰে, তেনেকৈ ব্যক্তিগত জীৱনত কুলকাৰ্ণিক দুচকুৰে দেখিব নোৱাৰে।

ডাক্তৰে যিমান পাৰে কুলকাৰ্ণিক বিমলাৰ পৰা আঁতৰাই ৰাখিব খোজে। সেইবাবে বেমাৰ হৈ তেওঁৰ ক্লিনিকলৈ সদায় গৈ থাকিলেই ডাক্তৰে ভাল পায়। কিন্তু আচৰিত কথা যে পগলা কাপ্তানৰ জ্বৰ-বেমাৰ নহয়েই। জ্বৰ-বেমাৰ নহয় কাৰণে ডাক্তৰৰ ওচৰলৈ কুলকাৰ্ণিৰ যোৱাই নহয়। ডাক্তৰে মাজে মাজে ডবিয়ায়, "আপুনি মোৰ ওচৰলৈ নাহে, কিবা ডাঙৰ বেমাৰ হওক, তেতিয়াও মই নেচাওঁ।"

ডাঃ ভট্টাচাৰ্য্যই পিচে বুজিবই লাগিছিল যে অসুখ-বিসুখ অনুভৱ কৰিব পৰা স্বাভাৱিক অৱস্থা পগলা কাপ্তানৰ নেথাকেই।

"পিয়লাভৰাই পাহৰি" থকাই যাব সজ, তেওঁ অসুখ-বিসুখৰ কথা গম পাব কেনেকৈ ?

সেই কাৰণে আজি দুপৰীয়া মূৰটো অলপ কামোৰা যেন পায়েই কুলকাৰ্ণি ডাক্তৰৰ ওচৰ পাইছিল গৈ। অফিচ সোনকালে ছুটী হোৱাৰ কথা। তেওঁ আবেলি বিমলাৰ লগতে গাৱঁলৈ আহিবলৈ মনস্থ কৰিছিল। আনকালে এনেকুৱা মূৰ কামোৰণি তেওঁ মদ খায়েই ভাল কৰে। আজি কিন্তু সেইটো কৰিব নোৱাৰে। মহাৰাষ্ট্ৰৰ পৰা আহি অসমৰ গাওঁ এখনৰ ভদ্ৰ পৰিয়াল এটাত অভদ্ৰামি কৰি দেখুৱাব নোৱাৰি।

শনিবাৰে পিচবেলা ডাক্তৰে ৰোগী নেচায়। ক্লিনিকৰ যাবতীয় কাগজ-পত্ৰ চায়, চিঠি-পত্ৰ লিখিব লগা থাকিলে কৰ্মচাৰীক নিৰ্দেশ দিয়ে, এছিষ্টেন্টজনৰ লগত সপ্তাহটোৰ কাম-কাজৰ পৰ্য্যালোচনা কৰে। এই সময়তে সাধাৰণতে বন্ধু-বান্ধৱে ডাক্তৰৰ লগ পাবলৈ আহে।

কিন্তু কুলকাৰ্ণিক আৰু ঔষধ দিয়া নহ'ল। সাধাৰণ মূৰ কামোৰণিৰ কোনো ঔষধ ৰথীন ভট্টাচাৰ্য্যৰ নিচিনা নামকৰা ডাক্তৰৰ পৰা আনিবলৈ যোৱাও হয়তো অৰ্থহীন। তথাপি মূৰ কামোৰণিৰ কথালৈ অহা নহলেই। বিমলাৰ লগত যাব খোজাৰ কথা ওলাওঁতেই ডাক্তৰ জঁপিয়াই উঠিল। "তোমালোক বৰ বেইমান। মোক খবৰ দিয়া নাই কিয় ? মোক ফাঁকি দি অকলে যাব খুজিছা হবলা ? ময়ো যাম। বাইদেউক ধন্যবাদ জনোৱাৰ কৰ্ত্তব্য মোৰো আছে।"

"ব'লক ব'লক। কি কথা আছে।" এই বুলি মুখেৰে কলে যদিও কুলকাৰ্ণিয়ে মনতে ভাবিলে, বাইদেউৰ লগত কাৰবাৰ নে তেওঁৰ ভনীয়েকৰ লগত ?

গতিকে ডাক্তৰৰ প্ৰকাণ্ড পুৰণা গাড়ীখনত দুয়ো বিমলাৰ ঘৰ পালেহি। বিমলা তেতিয়া অফিচৰ পৰা আহি গাৱঁলৈ যাবলৈ সাজু হৈছিল। ডেবেৰাইঁতক তেওঁৰ অনুপস্থিতিত ঘৰ চম্ভালিবলৈ নিৰ্দেশ



দিছিল। ডাক্তৰৰ গাড়ী আহি সোমোৱাত তেওঁ বাহিৰলৈ ওলাই আহিল।

ওচৰলৈ আহি কুলকাৰ্ণিয়ে কলে, "ওলাইছে ? ডাক্তৰো আমাৰ লগত যাব যোলে।"

"হয় নেকি ?"

ৰথীন ভট্টাচাৰ্য্যই আহি গহীনাই কলে, "আপত্তি আছে নেকি ?"

"নাই নাই," বিমলাই হাঁহি কলে।

"ল'বাটোক চাই অহাও হ'ব, অলপ ফুৰাও হ'ব।"

"বাইদেৱে ডাক্তৰ পাইছে ভাল—ইমান দূৰৰ পৰা গৈ পেচেন্টক চাই আহিব।"

"আপুনি গাড়ী নিব নেলাগে। মোৰ গাড়ীতে ব'লক। একেলগে ঘূৰিও আহিম।"

"মোৰো ভাগ্য ভাল। পইচা বাচিল। কিন্তু মইতো আজি ঘূৰি নাহোঁ। কাইলৈ মই কেনেকৈ আহিম ?"

হঠাৎ ইয়াৰ উত্তৰ ডাক্তৰে দিব নোৱাৰিলে। কিন্তু কেপ্তেইন কুলকাৰ্ণিয়ে এটা সমাধান উলিয়াই দিলে, "মিছ দুৱৰা, আমি ডাক্তৰৰ গাড়ীতে যাওঁ। কাইলৈ আপুনি অলপ কষ্ট কৰি বাছতে আহিব। তথাপি আমি একেলগে যাওঁ।"

ডাক্তৰে হাঁহিবলৈ চেষ্টা কৰি কলে, "ৰাইট্।"

গতিকে ডাক্তৰৰ গাড়ীতে তিনিও কমলাৰ ঘৰ বুলি যাত্ৰা কৰিছিল।

কমলাই জলপান সজাইছিল।

ভনীয়েকক টুকুৰিয়াই চাবৰ মনেৰে কলে, "ডাক্তৰ বৰ ভাল মানুহ অ' !"

"ওঁ, পুতেৰক চাবলৈকে ইমান দূৰ আহিছে, ভাল নহৈ পাৰেনে ?"

"এহ হীৰেনকে চাবলৈ আহিল নে তোৰ লগে লগে লাগিহে আহিল কোনে জানে ?"

অলপ সময় একো নমতাকৈ থাকি বিমলাই কলে, "ভনীয়েৰলৈ ধৰি চাব খুজিছ নেকি ?"

পাকঘৰত তেতিয়া কোনো নাছিল। তথাপি কমলাই চাৰিও-ফালে এবাৰ সতৰ্কতাৰে চাই লৈ কলে, "কৰ যদি ধৰোৱেই। তোৰ ওপৰতহে কথা। আজিকালি বোলে ছোৱালীয়ে নিজেই ঠিক কৰে।"

বিমলাই কিবা কোৱাৰ আগতেই প্ৰমোদ হাজৰিকা ভিতৰলৈ সোমাই আহিল। পাকঘৰৰ দুৱাৰমুখত বৈ তেওঁ সুধিলে, "হেৰা, চাহ হোৱা নাই নেকি ? নে বায়েক-ভনীয়েকে মেলহে মাৰি আছা? সিফালে মই আলহীক কথা পাতি কিমান পৰ ৰাখিম ?"

"হ'ল হ'ল।"

বিমলাই কলে, "নিছো ব'লক ভিনদেউ।"

প্ৰমোদ হাজৰিকা আকৌ বাহিৰলৈ গ'ল।

চাহ-জলপান হৈছিলেই। জলপানৰ বাটি কেইটাৰে ট্ৰে এখন লৈ বিমলাই নিবলৈ সাজু হ'ল। যোৱাৰ আগতে তেওঁ কলে, "মোৰ মত জানিব খুজিছ যদি শুন : মানুহটোৰ ওপৰত মোৰ আস্থা নাই।"

"কিয় ?"

"মানুহটোৰ নিজৰ ক্ষমতাৰ ওপৰত নিজৰে কোনো বিশ্বাস নাই। বৰ ডাঙৰ কিবা এটা কৰিম বুলি সপোন দেখিছে। কিন্তু সেইটো কি, সেইটো কেনেকৈ কৰিব তেওঁ নিজেই কব নোৱাৰে। তেওঁক মাত্ৰ বহুত টকা লাগে, বহুত মান-সন্মান লাগে—আন একো নহয়।"

বিমলা সাউৎ কৰে ওলাই গ'ল।

চাহ কৰি থকা কমলাৰ হাত দুখন কঁপি উঠিল।

ভনীয়েকৰ মনত নিশ্চয় বৰ দুখ, তেওঁ ভাবিলে। এনেকুৱা অৱস্থাত সকলো ছোৱালীৰে দুখ হ'ব। ডাক্তৰক হয়তো বিমলাই বিচাৰি যোৱা নাই। কিন্তু জীৱনৰ বাটত হঠাৎ লগ পাই গলে কাৰোবাক আকোঁৱালি লবলৈ যদি মন যায় তেন্তে তাত আচৰিত হবলগীয়া একো নাই। ৰথীন ভট্টাচাৰ্য্যও তেনেকুৱা এজন পথিক যাক বিমলাৰ নিৰীক্ষণ কৰিবৰ মন যাবও পাৰে। কিন্তু সেই নিৰীক্ষণত মনে সন্তোষ লভিব লাগিব। সেইটোৱেই ডাঙৰ সমস্যা।

চাহ খাই উঠোতে প্ৰায় গধূলি হলেই। বিমলাই কুলকাৰ্ণি আৰু ডাক্তৰক গাওঁ দেখুৱাবলৈ উলিয়াই লৈ গ'ল, একে পাকতে নিজৰ ঘৰখনো দেখুৱাই লৈ আহিব।

কমলাই কৈ পঠিয়ালে, "মই ভাতৰ দিহা কৰো। বেছি পলম নকৰিবি।"

কুলকাৰ্ণিয়ে কলে, "নাই, আমি দেৰি নকৰো। আপুনি ভালকৈ ৰান্ধক বাইদেউ। আমি ভাত খায়েই ঘূৰি যাম।"

বৰ বেছি সময় ঘূৰিব পৰা নহল। সোনকালেই আন্ধাৰ হ'ল। গাৱঁত আন্ধাৰ হোৱা মানেই চাৰিওফালে নিস্তব্ধ। মানুহ-দুনুহ লগ পোৱা নেযায়। ডাক্তৰক নহলেও কুলকাৰ্ণিক অসমীয়া গাওঁ এখনৰ আভাস দিবলৈ বিমলাই নানান কথা কৈ গ'ল। কুলকাৰ্ণিয়েও নানান প্ৰশ্ন কৰি বুজি লবলৈ যত্ন কৰিলে। এইখন গাওঁ বিমলাৰ শৈশৱৰ থকা ঠাই, ইয়াৰ প্ৰতিটো চুক-কোণ তেওঁ চিনি পায়। ইয়াৰ জীৱনৰ লগত তেওঁৰ নিবিড় পৰিচয় আছে। গতিকে কুলকাৰ্ণিৰ কোনো প্ৰশ্নৰে উত্তৰ দিবলৈ তেওঁৰ টান নহ'ল।

ডাঃ ভট্টাচাৰ্য্যও গাৱঁৰ ল'ৰা। এই জীৱনৰ লগত তেওঁৰো নিবিড় পৰিচয় আছে। গতিকে ই দুজনৰ কথা-বতৰাৰ মাজত তেওঁ কোনো আমোদ বা কৌতূহল অনুভৱ নকৰিলে। তেওঁ কেৱল লগে লগে গৈ হে থাকিল। নগৈও উপায় নাই। বিমলাৰ সঙ্গ তেওঁক লাগে। কুলকাৰ্ণি বিমলাৰ লগত থকাটোও তেওঁৰ ঈৰ্ষাৰ বিষয়। একো

এঁকোবাৰ তেওঁ অতিষ্ঠই হৈ উঠে। কিন্তু ভদ্ৰতাৰ খাটিৰত মুখেৰে একো কবও নোৱাৰে।

মাজে মাজে ডাঃ ভট্টাচাৰ্য্যৰ নিজৰ ওপৰতে খং উঠে। ডঃ দুবৰাক তেওঁ মনৰ কথা কৈ নেপেলায় কিয়? কিহৰ কাৰণে তেওঁ দিনৰ পিচত দিন, মাহৰ পিচত মাহ অপেক্ষা কৰি আছে? কোনোবা দিনা যদি বৈ বৈ আমনি লাগি বিমলাই পগলা কেপ্তেইনকে বিয়া কৰাই পেলায় তেতিয়া কি হব? এই কথা ভাবিলে ডাক্তৰ নিজেই বলীয়া হৈ যাব খোজে।

কিন্তু সকলো শেষ হৈ যোৱাৰ ভয়ত তেওঁ মনৰ কথা খুলিও কব নোৱাৰে। বিমলাই না কৰিবলৈ হলে তেওঁৰ সৰ্বনাশ যে যাব। যি সপোন তেওঁ দেখিছে সি আৰু দিঠকত হৈ নুঠিব। তাতকৈ অপেক্ষা কৰাই ভাল।

আন্ধাৰত ফুৰাৰ উপায় নথকাত বিমলাই তেওঁলোকক নিজৰ ঘৰলৈকে লৈ গ'ল।

প্ৰকাণ্ড পুৰণি ঘৰ। মানুহ-দুনুহ আছে যদিও এটা অস্বাভাৱিক নিৰৱতা বিৰাজ কৰিছে। চ'ৰা ঘৰত এটা ডাঙৰ টেবুল-লেম্প জ্বলি আছিল। আলহীক তাতে বহিবলৈ দি বিমলা ভিতৰ সোমাই গ'ল। গান্ধী-নেহৰুৰ ছবিৰ লগতে ৰজা-ৰাণীৰ ডাঙৰ ছবি, পহুৰ শিং, পুৰণি ধৰণৰ চকী আদিৰ বিষয়ে ব্যাখ্যা কৰাৰ ভাৰ পৰিল এইবাৰ ডাঃ ভট্টাচাৰ্য্যৰ ওপৰত। বৃটিছ যুগৰ চহকী মৌজাদাৰ এজনৰ বিপুল সম্পত্তি, অসীম প্ৰতিপত্তি, ব্যাপক জনপ্ৰিয়তা আদিৰ বিষয়ে শুনি কুলকাৰ্ণিয়ে বিস্ময়ত চকু দুটা ডাঙৰ ডাঙৰকৈ মেলি দিলে।

বিমলা ভিতৰ সোমোৱাৰ লগে লগে ঘৰখনত এটা নিৰৱ আলোড়ন উঠিল। গোটেই পৰিয়ালটোৰ ভিতৰতে বিদ্যা-বুদ্ধিৰে নিজৰ যোগ্যতা দেখুৱাই বিমলাই মৌজাদাৰৰ পিচতে সুনাম আৰ্জন কৰিছে। তেওঁক ঘৰখনে যেনেকৈ সন্মান কৰে তেনেকৈ ভয়ো কৰে।



মুখখন চোকা বুলি আগৰ পৰা তেওঁ জনাজাত। এতিয়াও হক কথাত দুআষাৰ টান কথা শুনাই দিবলৈ তেওঁ কাকো ভয় নকৰে।

দুয়োজন ককায়েক ঘৰতে আছিল। বৌৱেক আৰু ভতিজাকহঁতক মাত লগাই ককায়েকহঁতক লৈ বিমলা বাহিৰলৈ ওলাই আহিল। আলহী দুজনৰ লগত চিনাকি কৰি দিলে। ডাঙৰজন ককায়েকে সা-সম্পত্তিৰ তদাৰক কৰে, সৰুজনে ধান আৰু মৰাপাটৰ কাৰবাৰ কৰে। আজিকালি মৌজা নাই। গতিকে অৰ্থাগমৰ কাৰণে কিবা এটা কৰিব লগা হৈছে। কিন্তু যি বিপুল সম্পত্তি এতিয়াও আছে তাৰ দ্বাৰাই ঘৰখনে আগৰ প্ৰতিপত্তি ভালেখিনি বজাই ৰাখিব পাৰিছে। পুৰণি সম্ভ্ৰান্ত পৰিয়াল বুলি গাৱঁৰ সাধাৰণ মানুহে এতিয়াও সন্মান কৰি চলে।

ডাক্তৰে কলে, "আপোনালোকৰ দেউতাকৰ নাম আমি বহু দূৰৰ পৰাই শুনিছো। আজি ঘৰখন চাই যাবলৈ পাই বৰ ভাল পালো।"

কুলকাৰ্ণিয়েও কলে, "মইতো বহুত দূৰৰ মানুহ, একৰকম বিদেশী। হঠাৎ আহি অসমীয়া সংস্কৃতিৰ লগত পৰিচিত হবলৈ পাই নিজকে ধন্য মানিছো।"

ডাঙৰজন ককায়েকে কলে, "আগৰ দিন আৰু নাই। দেউতা জীয়াই থাকোঁতে আমি যি ভোগ কৰিলো এতিয়া মনত পৰিলে সাধুকথা যেনহে লাগে।"

সৰুজনেও যোগ দিলে, "এবা আগৰ মহিমা নাই। আমাৰ সা-সম্পত্তি এতিয়া দেউতাৰ দিনৰ আধা হ'ল বুলিব পাৰি।"

দুয়োজন ককায়েকেই কথা কৈ কেৰাহিকৈ ভনীয়েকৰ ফালে চালে। বিমলাই স্থিৰ দৃষ্টিৰে তেওঁলোকলৈ চাই থাকিল। সেই দৃষ্টিত তেওঁলোকে তেওঁৰ মনৰ অৱস্থাৰ একো সন্দেহ নেপালে। দুয়ো চকু নমাই ললে। বিমলাই মনতে ভাবিছিল, তোমালোকক বুজিবৰ

মোৰ আৰু বাকী নাই। সম্পত্তি গ্ৰাস কৰাৰ মতলব। সেই বাবে একো নাই বুলি কব খুজিছা। মই কিন্তু সহজে নেৰিছো।

একো গিলাচ গাখীৰ খুৱাই আলহী দুজনক লৈ বিমলা ওলাই আহিল। আহিবৰ সময়ত কৈ আহিল, "মই বাইদেউৰ তাতে আজি থাকিম। কাইলৈ এবাৰ আহিম। তোমালোকৰ লগত কথা আছে।"

ডাঙৰ ককায়েকে টপৰাই কলে, "আহিবি আহিবি। কিবা কথা থাকিলেহে আহিবিনে? এনেয়েও আহিবি।"

তেওঁলোক ওলাই আহিল।

কমলাই ভাত-পানী ৰান্ধি আঁতাই ক'ত খাবলৈ দিব তাকে গিৰিয়েকৰ লগত গুণা-গঁথা কৰি আছিল। ভিতৰ পিনে দুখন টেবুলকে জোৰা দি তাৰ দিহা কৰি দিব নেকি দুয়ো আলোচনা কৰিছিল। জবা আৰু হীৰেন শুলেই। সোণালীয়ে মাকক সহায় কৰি আছিল। এনেতে বিমলাহঁত আহি পালে। কথাটো বায়েকে বিমলাৰ লগতো আলোচনা কৰিলে। কুলকাৰ্ণিয়ে কেনেবাকৈ ধৰিব পাৰিলে। তেওঁ পোনচাটেই ভিতৰলৈ সোমাই গৈ কলে, "আমি ভাৰতীয় মানুহ। এইখন গাওঁ। আমাক চকী-মেজ কেলৈ? মাটিতে দিয়ক অন্ততঃ এটা দিনৰ কাৰণে খুব সহজভাৱে খাওঁ আহকনা!"

সেয়ে হ'ল। মাটিতে ঢৰা-পিৰা পাৰি খাবলৈ দিয়া হ'ল। সোণালী আৰু কমলাই পৰিবেশন কৰিলে। কুলকাৰ্ণিয়ে শলাগি শলাগি খালে। ডাক্তৰেও শলাগিছিল, কিন্তু কুলকাৰ্ণিৰ সমান মন খুলি তেওঁ কথা কব নোৱাৰিলে। তথাপি মাজে মাজে প্ৰশংসা কৰিবলৈ ডাক্তৰে চেষ্টা কৰে, "এই ৰন্ধা খাই গৈ ঘৰত আৰু বহুত দিনলৈ ভাত খাই ভাল নেলাগিব।"

"ঠিক কথা, ঠিক কথা!" তাৰে লেজু ধৰি কুলকাৰ্ণিয়ে আৰম্ভ কৰে, "মইতো কালিৰ পৰা আৰু ভাতেই নেখাওঁ।"

বিমলাই জোকায়, "তোমাৰ খাবলৈ বস্তু আছে নহয়, ভাত কেলৈ খাব লাগিছে?"



সেই ঠাট্টালৈ কাণ নিদিবলৈ চেষ্টা কৰি কুলকাৰ্ণিয়ে কৈ যায়, "ঘৰ কি বস্তু মইতো একৰকম পাহৰিয়ে গৈছো। ডাক্তৰো একেই কথা। ক্লিনিকত যাব, টকা লব, খালি ঘৰত গৈ ঠাণ্ডা ভাত খাব। পিচদিনা আকৌ ক্লিনিক—আকৌ টকা, ঠাণ্ডা ভাত। আজি কিন্তু আমি সকলোৱে ঘৰত বহি খাইছো। কি খাইছো সেইটো ডাঙৰ কথা নহয়,—যদিও খুব ভালেই খাইছো,—কিন্তু কেনেকৈ খাইছো সেইটো ডাঙৰ কথা। বাইদেউ, হাজৰিকা, আপোনালোকে কথাটো নুবুজিব। কিন্তু আমি বুজি পাওঁ। ডাক্তৰ, মই আৰু বিমলায়ো বুজি পায়।"

তেওঁলোক খাই উঠিল। কমলা আৰু সোণালীৰ খোৱা হোৱালৈকে আকৌ গল্প-গুজৱ। কমলা আজৰি হ'লত আৰু অলপ সময় সকলোৱে কথা পাতিলে। তাৰ পিচত ডাক্তৰ আৰু কুলকাৰ্ণি যাবলৈ উঠিল। ৰাতি তেতিয়া দহ বাজিছে। আলহী দুজনে দাৃাই দাৃাই হাজৰিকা আৰু কমলাক তেওঁলোকৰ তালৈ নিমন্ত্ৰণ কৰিলে। নগলে বৰ দুখ বৈ যাব বুলি কলে।

তেওঁলোকক পদূলিমূৰত বিদায় দি আহি কমলা, বিমলা আৰু প্ৰমোদ হাজৰিকাই আকৌ কথা পাতিবলৈ ধৰিলে। সোণালীৰ টোপনি ধৰাত দেউতাকে তাইক ভিতৰলৈ নি শুৱাই দিলেগৈ। আইতাক শুইছিল। হাজৰিকা আকৌ ওলাই অহাত বিমলাই কলে, "ভিনদেউ কিজানি সোনকালেই শোৱে নহয়? আজিতো বহুত দেৰি হ'ল।"

হাজৰিকা চকী এখনত বহিব খুজিছিল। কিন্তু বিমলাৰ কথা শুনি নবহি ওচৰ চাপি আহিল। তেওঁ খুলশালীয়েকৰ কান্ধত হাত এখন দি আধা আকোঁৱালি ধৰাৰ দৰে কৰি কলে, "কি হ'ল বিমলা, আজি দেখোন অকল 'ভিনদেউ'—আজি 'ছাৰ-ভিনদেউ' নাই কিয়?"

হাঁহিবলৈ চেষ্টা কৰি বিমলাই কলে, "আজি দেখোন মুখলৈ অহাই নাই।"

"মই হলে বেয়া পাইছো। তুমি আজি তেনেই মন মাৰি আছা। মই অথনিৰে পৰা মন কৰি আছো, কিন্তু সুধিবলৈ ছলহে পোৱা নাই।"

ভিনিহিয়েকৰ মৰমত বিমলাৰ মাজৰ কোমল তেজ-মঙহৰ মানুহ এজনী সাৰ পাই উঠিল। তেওঁ একো নেমাতি মূৰটো হাজৰিকাৰ বুকুতে অলসভাৱে পেলাই দিলে, যেন পিতৃৰ বুকুৰ মাজত লেতুসেতু এজনী অকণমানি ছোৱালীহে। ওচৰতে বহি থকা কমলাৰো মনটো সেমেকি উঠিল।

"কি হৈছে বিমল ?"

"কেতিয়াবা কেতিয়াবা অকাৰণতে মনটো বেয়া হৈ যায় ভিনদেউ। বিশেষ একো কথা নাই। কিবা থকা হলেনো মই আপোনালোকক নকলোহেঁতেন নে ?"

বিমলাৰ মূৰটো শুঙি শুঙি প্ৰমোদ হাজৰিকাই কবলৈ ধৰিলে, "তুমি আহিলে মই কি ভাবো জানা ? তুমি হুলস্থুল কৰিবা, আইৰ লগত নানান কথা পাতিবা, কমলাক আৰু মোক খুব জোকাবা—ঘৰলৈ নেযাবা, আমাৰ ইয়াতে থাকিবা—নহলে তোমাক তুমি তুমি যেন নেলাগেই।"

হাজৰিকাই আঁতৰি গৈ তামোল এখন মুখত ভৰালে।

বিমলাই নিজকে সংযত কৰি লৈ কলে, "মই কাইলৈ আগৰ নিচিনা হবলৈ চেষ্টা কৰিম। আজি কোনোমতেই মনটো তুলিব পৰা নাই। এই মানুহবোৰৰ লগত থাকি থাকি মই কিবা হৈ গৈছো। উমেদ আলি, আগ্ৰৱালৰ পৰিয়াল, ডাক্তৰ, কুলকাৰ্ণি—এনেকুৱা মানুহ আৰু আছে—ময়ো কিজানি এওঁলোকৰ নিচিনাই হৈ গৈছো। বাইদেৱে কিজানি কৈছেই যে ইহঁতে খুব মদ খায়। কিয় খায় জানেনে ? ইহঁতৰ সমুখত ভীষণ অন্ধকাৰ, কি আছে ইহঁতে একো কব নোৱাৰে—সেই কাৰণেই মদ খাই পাহৰি থাকিব খোজে। মই মদ নেখাওঁ—কেতিয়াও মুখত দিয়া নাই বুলি নকওঁ—কিন্তু ময়ো যেন বাট বিচাৰি খেপিয়াই ফুৰিছো।"



কমলাই মন্তব্য কৰিলে, "তোক কিন্তু এতিয়াই মদৰ জালত কথা কোৱা যেন লাগিছে।"

"হব পাৰে বাইদেউ। তই মোৰ অৱস্থাত পৰা নাই কাৰণে তই হয়তো মোক তেনে যেন দেখিছ।"

হাজৰিকাই কলে, "সেইটোতো হবলৈ দিব নোৱাৰি বিমল। সমুখত প্ৰশংসা কৰা বেয়া, কিন্তু তোমাৰ যি প্ৰতিভা, যি বিদ্যা-বুদ্ধি সেইখিনি আন মানুহৰ কামত আহিব লাগিব। গতিকে তুমি খেপিয়াই ফুৰাটো বৰ বেয়া কথা হব।"

এইদৰে কথা পাতি থাকোঁতে এবাৰ পদূলিমূৰত হঠাৎ কেবাখনো চাইকেলৰ টিলিঙা বাজি উঠিল আৰু "ছাৰ ছাৰ" বুলি কোনোবাই চিঞৰি মাতিলে। প্ৰমোদ হাজৰিকাই কোন বুলি দুৱাৰ মেলি বাহিৰ ওলাই গ'ল। কমলা আৰু বিমলাও দুৱাৰমুখলৈ গ'ল। "কি !" বুলি হাজৰিকা উচপ খাই উঠা শুনি তেওঁলোক বাহিৰ পালেগৈ।

কুলকাৰ্ণি আৰু ডাক্তৰৰ মটৰ দুৰ্ঘটনা হৈছে। ইয়াৰ পৰা দহ মাইলমান আঁতৰত হব। ডেকা ল'ৰাহঁতে ক'ৰবাত নাটকৰ আখৰা কৰি উলটি আহোঁতে বাটত খবৰ পাই আহিছে। প্ৰমোদ হাজৰিকাৰ ঘৰৰ পৰা যোৱা এখন ডাঙৰ মটৰ, দুজন মানুহ বুলি কৈছে। খবৰটো যেনেতেনে দিবলৈ কৈছে।

কমলা আৰু বিমলাও চক্ খাই উঠিল। বিমলা তেতিয়াই যাবলৈ ওলাল। তেওঁ সুধিলে, "এখন টেক্সী ক'ত পোৱা যাব ?" প্ৰমোদ হাজৰিকা চাইকেল লৈ ওলাল। সেই ডেকা কেজনৰ লগতে ক'ৰবাত গাড়ী পোৱা যায় নেকি বিচাৰি ওলাল।

কমলা আৰু বিমলা ভিতৰলৈ আহিল। বিষণ্ণ মনেৰে বিমলা যাবলৈ সাজু হৈ থাকিল। কেনেকৈ দুৰ্ঘটনা হবলৈ পালে ? সাংঘাতিক কিবা এটা নহলেই ৰক্ষা। কমলাৰো মনটো বৰ বেয়া

হৈ গ'ল। ইয়াৰ পৰাই যোৱা মানুহ দুজন, হঠাতেনো এনে হ'ব পায়নে? অধীৰভাবে দুয়ো প্ৰমোদ হাজৰিকালৈ অপেক্ষা কৰি থাকিল। বিমলাই চিন্তা কৰিলে কেনেকৈ সোনকালে নি দুয়োকো হস্পিটেলত ভৰ্তি কৰিবগৈ পাৰি।

টেক্সী এখন পোৱা গ'ল। গাৰঁৰ ড্ৰাইভাৰে ঘৰতে আনি ৰাখিছিল। এজন ডেকাৰ সৈতে হাজৰিকা তাকে লৈ ঘৰ পালেহি। বিশেষ সময় অবাবত ব্যয় নকৰি বিমলা আৰু হাজৰিকা তেতিয়াই ওলাল। গিৰিয়েকে কমলাক শুই থাকিবলৈ কলে। কমলা আৰু শুব ক'ত, বিছনাত এনেয়ে পৰি থাকিলগৈ আৰু কেতিয়া আকৌ মটৰ ঘূৰি আহে তালৈ কাণ পাতি থাকিল।

পকা ৰাস্তাইদি পোন্ধৰ মাইলমান যোৱাৰ পিচত ঘটনাস্থলী পাই হাজৰিকাহঁত লৰালৰিকৈ নামিল। মটৰখন খাৱৈত লুটি খাই পৰি আছে। কিছুমান মানুহে সেই বাতিও ডাক্তৰ আৰু কুলকাৰ্ণিক তুলি আনি বাটৰ দাঁতিতে শুৱাই থৈছে আৰু সহায় অহালৈ বাট চাই আছে। হাত ভৰি ক'ত কি ভাগিছে কোৱা টান। প্ৰাণ আছে যদিও প্ৰায় অলৰ-অচৰ হৈ দুয়ো পৰি আছে।

বিমলা আৰু বৈ নেথাকিল। সকলোৰে সহায়ত দুয়োকে টেক্সীত তুলি তেতিয়াই টাউনলৈ দৌৰালে। হাজৰিকা আৰু ডেকাজন লগত গ'ল।

বাকী বাটছোৱা কাৰো মুখত বিশেষ একো কথা নাছিল। এবাৰ নে দুবাৰ কুলকাৰ্ণিয়ে হুচ পাই কৈ উঠিছিল, "বিমলা!" বিমলাই কৈছিল, "মনে মনে থাকা, একো ভয় নাই।"

বিমলাৰ ভয় হৈছিল মদৰ গোন্ধ হাজৰিকা আৰু ডেকাজনেও পাব। তেওঁৰ মনত কোনো সন্দেহ নাছিল যে কিছুদূৰ আহিয়েই দুয়ো মদপীয়ে কোনোবা এঠাইত গাড়ী ৰখাই হেপাহ পলুৱাই মদ খাইছিল। মদৰ বটল গাড়ীতে লৈ আহিছিল। আগতে খাবৰ সুযোগ পোৱা নাছিল। ভালদৰে খাই লৈ গাড়ী চলাওঁতে কেনি



গৈছে হয়তো কবই পৰা নাছিল। হয়তো কিবা কথাত দুয়োৰে কাজিয়াও লাগিছিল, জোটাপুটি লাগিছিল আৰু ফলত গাড়ী গৈ খাৱৈত লুটি খাই পৰিছিল।

মাজ নিশাৰ পিচত হস্পিটেল পাই বিমলাই খবৰ-খাবাৰ কৰি, ফোন কৰি ডাক্তৰ মতাই দুয়োকো ভৰ্ত্তি কৰাই দিলে। কুলকাৰ্ণিৰ আঘাত বৰ বেছি নহয়, কিন্তু ডাক্তৰৰ কামিহাড় ভগা যেন অনুমান হয়—হাতে ভৰিয়েতো জখম হৈছেই। কিন্তু উদ্বেগৰ কোনো কাৰণ নাই।

টেক্সীখনে পুৱতি নিশা উলটিব নোখোজাত বিমলাই ঘৰলৈ গৈ ডেবেৰাইতক দুৰ্ঘটনাৰ কথা কৈ গাড়ী উলিয়াই আকৌ তেতিয়াই গাৰঁলৈ আহিল। চাৰি বজামানত ঘৰ পালেহি। হাজৰিকাই ডেকাজনক তেওঁৰ ঘৰতে শুই থাকিবলৈ কলে।

কমলা ওৰে ৰাতি উজাগৰেই আছিল বুলিব লাগে। ৰাতি পুৱাবৰ সময়ত চিলমিলকৈ টোপনি আহোঁতেই বিমলাহঁত পালেহি। মাত শুনি তেওঁ একেজাঁপেই উঠি আহিল। সকলো শুনি তেওঁ হুমুনিয়াহ পেলালে আৰু প্ৰাণৰক্ষা পৰাত ঈশ্বৰক ধন্যবাদ দিলে। তেওঁ লৰালৰিকৈ ডেকাজনক বিছনা এখন কৰি দিলে আৰু বিমলাক নিজৰ লগতে শুবলৈ কলে। হাজৰিকা ভাগৰে-জুগৰে লাহেকৈ গৈ সোণালীৰ লগত শুলেগৈ।

পিচদিনা বিমলা বহুত পলমকৈ শুই উঠিল।

কমলা আৰু হাজৰিকা কিন্তু সোনকালেই উঠি আহিল। তেওঁলোকে বেলিলৈকে শুবই নোৱাৰে। ইতিমধ্যে ৰাতিৰ ঘটনাটো বাকীবিলাকে জানিলে। ডেকাজন উঠি চাহ একাপ খাই ঘৰলৈ গ'লগৈ।

বিমলাই গা-পা ধুই চাহ খালে। জলপান খাবই নোৱাৰিলে। মনেই নগ'ল। বায়েক-ভিনিহিয়েকেও জোৰ নকৰিলে।

কমলাই সুধিলে, "এতিয়া ঘৰলৈ গৈ আহিবি নেকি?"

"তয়ো যাবি ?"

"যাব লাগে যদি ব'ল।"

"ওলা তেন্তে।"

হাজৰিকাক কোৱাত তেওঁ কলে, "যোৱা যোৱা! ভাতৰ কাৰণে চিন্তা নকৰিবা। সোণাই ময়ে আজি বাৰু ৰান্ধিম।"

ছুয়ো বায়েক-ভনীয়েক ওলাই গ'ল। জবা আৰু হীৰেন্দ্ৰও ওলাইছিল। কিন্তু দেউতাকে হাক দিলে, মাকেও উৎসাহ নিদিলে, বিমলাই একো নকলে। তেওঁ আজি বিশেষ কথাই পতা নাই। প্ৰমোদ হাজৰিকাই অনুমান কৰিছিল যে ছুই জীয়েকে ঘৰলৈ গৈ কিবা সা-সম্পত্তিৰ কথাই পাতিবগৈ। গতিকে ল'ৰা-ছোৱালীক তালৈ লগত নপঠিওৱাই ভাল।

কিন্তু ঘৰৰ পৰা ওলাই অলপ দূৰ গৈয়ে বিমলাই কলে, "থক নেলাগে বাইদেউ, ঘৰলৈ আৰু নেযাওঁ।"

"কিয় ?" কমলা বৈ গ'ল।

বিমলাই কলে, "কিনো লাভ হ'ব ? কাজিয়াই যেনিবা কৰিম, জোৰ কৰি, ভয় দেখুৱাই যেনিবা অলপ সম্পত্তিকে কাঢ়ি লম। কিন্তু তাৰ পৰা কি লাভ ? সেয়ে জানো সুখ দিব পাৰিব ? তাকে লৈ জানো মানুহ সুখী হ'ব পাৰে ?"

কমলাই তলমূৰকৈ কলে, "মোকতো নেলাগে বুলি কৈছোৱেই। তইহে কথা পাতিব খুজিছিলি।"

"তাতকৈ ব'ল দেৱনাথহঁতৰ ঘৰলৈকে যাওঁ।"

কমলা আকৌ এবাৰ আচৰিত হ'ল। দেৱনাথ কাহানিবাই মৰিল। আজি এই অৱস্থাত তালৈ মনত পৰিল কিয় ? বিমলাৰ মনটো কি দেৱনাথতে বৈ গ'ল নেকি ? এইটোও জানো সম্ভৱ ?

তেওঁ একো নকৈ ভনীয়েকৰ লগে লগে যাবলৈ ধৰিলে। বিমলায়ো বাটছোৱা বিশেষ একো নকলে। বাটত গাৱঁৰে ছুই-চাৰি



মানুহে লগ পাই মাত লগালে। কমলাই সকলোকে কলে, "বিমলাই এনেই এপাক ফুৰিব খুজিছে। কলৈকো নেযাওঁ।"

ছুয়ো দেৱনাথৰ ঘৰ পালেগৈ। কোনো পৰিবৰ্তন হোৱা নাই। সেই তাহানিতেই দেখা ভগা-ছিগা খেৰী ঘৰ ছুটাই এতিয়াও আছে। দেৱনাথ থকা হলে হয়তো পঢ়ি-শুনি ডাঙৰ মানুহ হৈ ঘৰৰ মুখ উজলালেহেঁতেন। কিন্তু সেইটো হোৱাৰো বাট মৰিছিল।

দেৱনাথৰ বাপেক আলৰ বুঢ়া হৈছে। পিৰালিতে বহি মন-নমন চকুৰে কাঠি-কামিৰ কাম কৰি আছিল। দেৱনাথৰ ককায়েকে আজিকালি ঘৰ চম্ভালে।

মৌজাদাৰৰ জীয়েকহঁতক সোমাই অহা দেখি গোটেই ঘৰখন ওলাই আহিল। দেৱনাথৰ ককায়েকে ছুখন ধূলি-বালি লগা টুল বিচাৰি আনি মোহাৰি দি চোতালতে পাৰি দিলে। বহিবলৈ দি খা-খবৰ ললে। ঘৈণীয়েকে তামোলৰ বটাটো আনিলে। বুঢ়াই থৰক-বৰককৈ আহি মুঢ়া এটা পাৰি বহি ললে।

কমলাই কলে, "বিমলা কালি আহিছে। আজি যাবগৈ। এনেয়ে অলপ ফুৰিবলৈ ওলাই আহিছিল। ইয়াত সোমাই যাওঁ বুলি কলে।"

বুঢ়াই কলে, "বৰ ভাল কৰিলা আই, পৰম সন্তোষ পালো। নমৰি জীয়াই আছো আৰু। তোমাৰ নাম-যশ শুনি বৰ ভাল পাইছো—আমাৰ নিজৰে হোৱা যেন লাগিছে।"

বিমলাই কলে, "দেৱনাথৰ কথা মোৰ মনত পৰে। মোৰ বৰ বন্ধু আছিল। সেই কাৰণেই আপোনাক দেখা কৰি যাবৰ মন গ'ল।"

বুঢ়াৰ ছুগালেদি জৰ জৰ কৰে ছুধাৰ চকুপানী বৈ আহিল। একো কব নোৱাৰিলে। দেৱনাথৰ ককায়েক আঁতৰি গ'ল। ঘৈণীয়েকে তামোলৰ বটাটো আগবঢ়াই দিলে। কমলাই সেমেকা চকু ছুটা মচি ললে। বিমলাই ওঁঠ ছুটা কামুৰি ধৰিলে।

দুয়ো দুখন তামোল লৈ মাত লগাই লৰালৰিকৈ তাৰ পৰা আঁতৰি আহিল।

দুয়ো মনে মনে উলটি ঘৰৰ পিনে খোজ ললে।

ঘৰৰ ওচৰ পাওঁ পাওঁ হওঁতে বিমলাই কলে, "বাইদেউ, তই নেভাবিবি যে মই দেৱনাথক পাহৰিব পৰা নাই। মাত্র চাব খুজিছিলো মোৰ অতীতটোত কিবা পাব খোজা বস্তু আছে নেকি? সিহঁতৰ ঘৰখন দেখিলিয়েই। দেৱনাথেই মোৰ বিচৰা বস্তু হোৱা হলে মই আজিৰ মানুহজনী কেতিয়াও তাৰ লগত খাপ খাব নোৱাৰিলোহেঁতেন। দেৱনাথক মই মৰম কৰিছিলো, সি মৰি নোযোৱা হলে মোৰ ভাল লাগিলহেঁতেন—কথা ইমানেই। সি জীয়াই থকা হলে মই আজি তাক বিচাৰি নাহিলোহেঁতেন।"

"জানো তোৰ কথা মই একো বুজি পোৱা নাই।"

"নুবুজাই ভাল। বুজিবলৈ চেষ্টা কৰি লাভ নাই। ময়ো বুজিবলৈ চেষ্টা কৰি কেৱল দুখকেই পাইছো। তোৰেই ভাল। বুজিবলৈ একো নাই। বুজিবলৈ চেষ্টা কৰি নুবুজাবোৰ বলীয়া। ময়ো বলীয়া।"

কমলাই ভনীয়েকৰ গাত ধৰিলে।

দুয়ো নিৰৱে পদূলিয়েদি চোতাললৈ সোমাই গ'ল। ভিতৰত কেনিবা তেতিয়া প্রমোদ হাজৰিকাৰ চিঞৰি কথা কোৱা মাতটো শুনা গৈছিল।

* * * *

বিমলা গাৱঁৰ পৰা উলটি আহিলত ডেবেৰাহঁতে লক্ষ্য কৰিলে তেওঁৰ বৰ গম্ভীৰ হৈ পৰিছে। সিহঁতৰ লগত ঘৰ চলোৱাৰ বিষয়ে খুটি-নাটি কথা তেওঁ পাতিছে। কিন্তু সেই কথা পতাত যেন আগৰ কিবা-কিবি হেৰাই গৈছে। সেই কিবা-কিবি কি সিহঁতে ঠিক বুজিব নোৱাৰিলে। সিহঁতৰ সুধিবৰ মন যায়। কিন্তু সাহ কৰিব নোৱাৰে। বিমলাক সিহঁতে ভাল পায় যিমান ভয়ো কৰে তিমান। কুলকাৰ্ণি আৰু ডাক্তৰৰ মটৰ দুৰ্ঘটনাৰ কথা সিহঁতে ভালদৰেই



জানিব পাৰিছিল। তাৰ লগতো বিমলাৰ দুখৰ কিবা সম্পৰ্ক থাকিব পাৰে বুলি সিহঁতে ভাবিলে। সেই কাৰণে তেনেকুৱা ব্যক্তিগত কথা সুধিবলৈ ভাল নেপালে।

তাৰ সলনি সিহঁতে গাৱঁৰ কথা, কমলাৰ কথা আৰু জবা-হীৰেন্দ্ৰৰ কথাহে দুই-চাৰিটা সুধিলে। লগতে কমলাৰ ঘৰখনৰ বিষয়েও প্ৰথম বাৰলৈ খৰচি মাৰি জানিবলৈ চেষ্টা কৰিলে। কমলাক ভালদৰে জানিব পাৰি যেন তেওঁৰ সংসাৰখনৰ কথাও জানিবৰ সিহঁতৰ মন গ'ল। ভিনদেউ কেনেকুৱা, কি কৰে, সিহঁতৰ কথাও ধেমেলীয়া মানুহজনে সুধিছিল নে নাই, কমলাই বা গৈ সিহঁতৰ কথা কৈছে নে নাই ইত্যাদি কথা ডেবেৰাহঁতে সুধিলে।

বিমলাই সামান্য বিৰক্ত বোধ কৰিলে। কেৱল কমলা কমলা কমলা! বাইদেউৰ বাহিৰে ইহঁতৰ আন একো কথা সুধিবলৈ নায়েই নেকি? কিন্তু বাহিৰত সেইটো ফুটাই নকলে। বায়েকৰ বিষয়ে এইদৰে বেয়াকৈ ভাবি তেওঁৰ বেয়াও লাগিল।

কিন্তু বিমলাৰ নিজৰো আচৰিত লাগিল যে ডেবেৰা বাই কিষণলালৰ দৰেই তেওঁ নিজেও কমলাৰ কথা নভবাকৈ থাকিব নোৱাৰিলে। বায়েকৰ নিৰৱ, গভীৰ প্ৰভাৱ যিখিনি তেওঁৰ ঘৰখনৰ ওপৰত পৰিছে তাক তেওঁ অস্বীকাৰ কৰিব নোৱাৰে। এইখন ঘৰত আজি যি পাৰ্থক্য আহি পৰিছে সি কমলাৰ দুদিনীয়া উপস্থিতিৰ কাৰণেই হৈছে। কি আছে কমলাৰ গাত? কি দেখিলে ডেবেৰাহঁতে তেওঁৰ মাজত? কি দেখিলে আগৰৱাল দম্পতিয়ে, উমেদ আলিয়ে, কেপ্তেইন কুলকাৰ্ণিয়ে, ৰথীন ভট্টাচাৰ্য্যই? অলপ শিক্ষা থকা এজনী সাধাৰণ গাৱঁলীয়া ছোৱালী। যি এখন শান্ত ঘৰৰ বাহিৰত থকা জগতখনৰ কোনো খবৰ নেৰাখে, ৰাখিবলৈ যাৰ মনো নেযায়। যি নিজৰ স্বামী-সন্তানৰ সুখ-স্বাচ্ছন্দ্যৰ বাহিৰে কামনা কৰিবলৈ কিবা আকৰ্ষণ আছে বুলি ভাবিবই নোৱাৰে। অথচ তাতেই যি সন্তুষ্ট, পৰম সন্তুষ্ট।

সেইজনী সাধাৰণ গাৱঁলীয়া ছোৱালীয়েই বিমলাৰ অশান্ত কিন্তু শৃঙ্খলাবদ্ধ জগতখনত তোলপাৰ লগাই থৈ গ'ল, এটা আলোড়ন তুলি থৈ গ'ল, এটা নিৰৱ বিপ্লৱ সাধি থৈ গ'ল।

কি আছে কমলাৰ যি নাই বিমলাৰ ?—যি নাই কুলকার্ণিৰ, উমেদ আলিৰ, বথীন ভট্টাচাৰ্য্যৰ, বজ্ৰঙ্গলাল আগ্ৰৱালৰ ? বিমলাই একো থিৰ কৰিব নোৱাৰে। আলোড়ন তেওঁৰ অন্তৰতো হৈছে। কিন্তু তাৰ উৎস ক'ত তাক তেওঁ বিচাৰি উলিয়াব নোৱাৰিলে।

হস্পিটেলত পৰি থকা কেপ্তেইন কুলকার্ণি আৰু ডাঃ ভট্টাচাৰ্য্যক তেওঁ চাবলৈ যায়। কুলকার্ণিক দুই-তিনি দিনৰ ভিতৰতে ডিচচাৰ্জ কৰি দিয়াৰ কথা। দুঠাইত অলপ দকৈ ঘা লগাৰ বাহিৰে কেইঠাইমানত তেওঁ আচোৰ খাইছিল মাত্র। তেওঁক বেজী দি ড্ৰেছ কৰি দিয়াৰ পিচতে এৰি দিব পৰা গ'লহেঁতেন। কিন্তু তেওঁৰ স্বভাৱৰ কথা জানি বিমলাই হস্পিটেলৰ চিনাকি কৰ্তৃপক্ষক কৈ-মেলি দুই-তিনি দিনৰ কাৰণে আবদ্ধ কৰি থোৱাইছে। নহলে পগলাই ওলাই গৈয়েই আকৌ মদ খাই মতলীয়া হৈ ক'ৰবাত কিবা অঘটন ঘটাবগৈ।

ডাঃ ভট্টাচাৰ্য্য কিন্তু দুসপ্তাহমান হস্পিটেলতে থাকিব লাগিব। এটা প্ৰাইভেট ৱাৰ্ডত তেওঁক ৰখা হৈছে। কামিহাড় ভগাৰ উপৰি হাতৰ ঠাবি এডাল ফাটিছে—"গ্ৰীন ষ্টিক ফ্ৰেকচাৰ"—তেওঁ বিমলাক কৈছিল। তেওঁৰ সহকাৰী ডাক্তৰজন সদায়েই আহি থাকে আৰু তেওঁৰ যোগেদিয়েই ক্লিনিকৰ কামবোৰ কোনো মতে চলাই আছে। সোনকালে ওলাই যাবলৈ তেওঁৰ প্ৰবল ইচ্ছা। কাৰণ ব্যৱসায়ৰ বৰ ক্ষতি হৈছে। কিন্তু নিজে ডাক্তৰ হৈ ডাক্তৰৰ চিকিৎসাৰ ওপৰত কথা কবলৈ ভালো পোৱা নাই। বিমলাই খবৰ কৰিবলৈ গলে নিজৰ আচৰণৰ কাৰণে লাজতে তলমূৰ কৰি থাকে। নিজে কথা নকয়। কেৱল প্ৰশ্নৰ উত্তৰ দি যায়।

দুৰ্ঘটনাৰ তৃতীয় দিনাখন দেখা কৰিবলৈ যোৱা বিমলাক



বিছনাৰ ওচৰতে টুল এখনত বহিবলৈ দি কেপ্তেইন কুলকার্ণিয়ে কলে "মিছ দুৱৰা, এক্সিডেণ্টত মই মৰি যোৱা হলেই ভাল আছিল নহয়নে ?"

মনৰ গধুৰতা তেওঁৰ তেতিয়াও দূৰ হোৱা নাছিল। সেই অৱস্থাত বিমলাই কুলকার্ণিৰ পৰা দৃষ্টি এৰাই নি লাহেকৈ উত্তৰ দিলে, "জীয়াই থকাৰ অৰ্থ মই নিজেই বিচাৰি পোৱা নাই। কিন্তু তথাপি মানুহ মৰাৰ কথা মই ভাবিব নোৱাৰো।"

কুলকার্ণিয়ে নিজকে কোৱাৰ দৰে কবলৈ ধৰিলে, "আপুনি মোৰ বছ, মই আপোনাৰ ছাবৰ্ডিনেট কৰ্মচাৰী। মই অসমৰ মানুহ নহওঁ, মই আপোনালোকৰ আত্মীয় নহওঁ। তথাপি মোক আপোনালোকে —আপুনি, বাইদেৱে, হাজৰিকাই—আৰু গাৱঁৰ বুঢ়ী আয়ে—মৰম কৰিছে, আদৰ দিছে। বাইদেউ আহি এক নতুন পৃথিবীৰ সন্ধান আমাক দিলে। কিয় ? মইতো একো বুজি নেপাওঁ। মোৰ মন যায় মই যেন আকৌ আপোনালোকৰ গাৱঁলৈ যাম, সদায় যাম ; সদায় গৈ থাকিম। গতিকে মই যি বেয়া কাম কৰিলো তাৰ কাৰণে মই বৰ লাজ পাইছো। মই পশুৰ আচৰণ কৰিছো। বাইদেউৰ ওচৰত মই কিজানি মুখ দেখুৱাবই নোৱাৰিম।"

অলপ দুটা মাতেৰে বিমলাই মন্তব্য কৰিলে, "বাইদেউৰ বাহিৰে তোমালোকৰ আৰু কথা নাই নেকি ?

পগলা কেপ্তেইনে করুণ হাঁহি এটা মাৰি কলে, "বাইদেউ মানে আপোনালোক সকলোকে বুজাইছো মিছ দুৱৰা। মই মৰি গলেও জগতত কাৰো একো ক্ষতি নহয়। কিন্তু মই যে আপোনালোকৰ কাৰণেই মৰিব নোৱাৰো। মটৰ এক্সিডেণ্টত নমৰিলেও, মদ খাই খাই শেষ হৈ নগলেও জীয়াই থকাৰ কোনো বাসনা মোৰ নাই। কিন্তু আপোনালোকৰ কাৰণেই দেখোন মোৰ দুদিন বাচি থাকিবৰ মন যায়।"

দুদিন ধৈৰ্য্য ধৰি হস্পিটেলতে থাকিবলৈ আৰু সদায় খবৰ লৈ

থাকিব বুলি আশ্বাস দি বিমলা ওলাই আহে। কমলাৰ নাম উল্লেখ হোৱাত তেওঁ আকৌ এবাৰ বিৰক্ত হোৱাত নিজৰ ওপৰতে অলপ খং উঠিল। আন হাতে কুলকাৰ্ণিৰ স্বীকাৰোক্তিখিনিয়ে তেওঁৰ অন্তৰ চুই গ'ল: কিমান গভীৰভাৱে এই বেদনাহত মানুহটোৱে মানুহৰ মৰমৰ মোল বুজি বুজিছে! দুই ভাবৰ দোমোজাত পৰি লৰালৰিকৈ ৱাৰ্ডটোৰ পৰা ওলাই আহিল।

কুলকাৰ্ণিতকৈ ডাঃ ভট্টাচাৰ্য্যক দেখা কৰিবলৈ যোৱা বহুত বেছি টান।

বিমলা ওচৰত থাকিলে ডাক্তৰ মৰহা ফুল এপাহৰ দৰে তলমূৰকৈ আমন-জিমন কৰি বাহ থাকে। আহত অৱস্থাত লৰ-চৰ কৰিব পৰা অঙ্গ-প্ৰত্যঙ্গবোৰ ঘনাই ইফাল-সিফাল কৰি মনৰ ইচাটি-বিচাটি প্ৰকাশ কৰে। বিমলাই অনুমান কৰে যে ডাক্তৰৰ অন্তৰত কিবা কথা গুজৰি-গুমৰি আছে, ওলাই আহিব খুজিছে কিন্তু ওলাব পৰা নাই। ডাক্তৰৰ এই অৱস্থা বিমলাই দুদিনো লক্ষ্য কৰিলে। লাহে লাহে এই অৱস্থা তেওঁৰ অসহ্য লাগি আহিবলৈ ধৰিলে। তেওঁৰ খঙো উঠিবলৈ ধৰিলে। ডাঙৰ কাম কৰিবলৈ ওলোৱা, দেশ-বিদেশ ফুৰা আধুনিক ডেকা ল'ৰা এজন ইমান দুৰ্বল হয় কেনেকৈ? কিয়? কিহৰ ভয়?

অকল এতিয়াই নহয়। আজি বহু দিন ধৰি ডাঃ ভট্টাচাৰ্য্যই বিমলাক এইদৰে নিৰৱ আকুতিৰে আঁকুহিবলৈ চেষ্টা কৰি আহিছে। বিমলাই এইটো অনুভৱ কৰি আহিছে। কিন্তু অঘোষিত যুদ্ধখনক নিজে মাত দি ওচৰ চপাই লবলৈ তেওঁ ইচ্ছা কৰা নাই। তথাপি এই অচলাৱস্থা অসহ্যকৰ। কিবা এটা হেস্ত-নেস্ত হৈ যোৱাই ভাল। বিশেষকৈ শেহতীয়া ঘটনাবোৰৰ পৰা বিমলাৰ মন ভাল লাগি নথকা হৈছে। জীৱনটোৰ অৰ্থ হেৰাই যোৱা যেন লাগিছে। আগতে যিহক জীৱন বুলি ভাবিছিল এতিয়া যেন সেইটো নিৰৰ্থক নিৰৰ্থক লাগিছে।



শেষত এদিন হেস্ত-নেস্ত হ'লগৈ।

ইতিমধ্যে কেপ্তেইন কুলকাৰ্ণিয়ে ডিচচাৰ্জ হৈ কোৱাৰ্টাৰলৈ গুচি গৈছে আৰু কামতো যোগদান কৰিছে। মটৰ দুৰ্ঘটনাৰ এসপ্তাহ মান পিচত এদিন গধূলি বিমলা হস্পিটেললৈ গ'ল ডাক্তৰক চাই আহিবৰ কাৰণে। দিনত যাবলৈ সময় পোৱা নাছিল।

চিলমিল টোপনিত ডাঃ ভট্টাচাৰ্য্য পৰি আছিল। বিমলা সোমাই গৈ ওচৰতে বহাত তেওঁৰ টোপনি ভাগি গ'ল। বিমলাই কেনে আছে এনেয়ে সাধাৰণভাৱে খবৰ ললে। ডাক্তৰে একো নেমাতি একেথৰে তেওঁৰ ফালে চাই থাকিল। চকু-মুখত যেন ৰাজ্যৰ অভিমান। দিনৰ দিনটো নহা কাৰণে?—বিমলাৰ মনৰ ভিতৰত প্ৰশ্ন খেলাই গ'ল। ইমান সৰু ল'ৰাৰ লেখীয়া এই ডাঙৰ কাম কৰিব খোজা ৰথীন ভট্টাচাৰ্য্যটো।

বিমলাই বহি থকা টুলখন এৰি ডাক্তৰৰ মূৰ শিতানৰ ওচৰত থিয় হ'লগৈ। অলপ হাউলি, ৰোগীৰ অভিমান ভাঙিবৰ মনেৰে, তেওঁ ডাক্তৰৰ কপালৰ ওপৰেদি মূৰত হাত বুলাই দি সুধিলে "কি, মুখৰ মাত নাই কিয়? গা বেয়া লাগিছে নেকি?"

ডাঃ ভট্টাচাৰ্য্যৰ ওঁঠ দুটা কঁপি উঠিল। এটি লহমাৰ কাৰণে তেওঁ বিমলাৰ চকুত চকু ৰাখিলে। তাৰ পিচত হঠাৎ বিমলাৰ হাতখনত নিজৰ ভালে-থকা হাতখনেৰে জোৰেৰে খামোচ মাৰি ধৰিলে। বিমলাই কঁপা বুকুৰে লক্ষ্য কৰিলে ডাক্তৰৰ বুকুখন খুব ঘনঘনকৈ উঠা-নমা কৰিছে। তথাপি মনৰ ভাব লুকুৱাই ৰাখি তেওঁ সুধিলে, "কি হ'ল? কিবা কব?"

"বিমলা!" ডাক্তৰৰ মাতটো অতি কৰ্কশ শুনা গ'ল। সেইটো যেন আন কেনোবা মানুহৰহে মাত, ৰথীন ভট্টাচাৰ্য্যৰ মাত নহয়। "মোৰ মনৰ কথা আজি কওঁ। তোমাৰ এই হাত মই চিৰদিনৰ কাৰণে বিচাৰো। এইটো মোৰ অন্তৰৰ বহুত দিনৰ সঞ্চিত কথা। কওঁ কওঁ বুলি কব পৰা নাছিলো। আজি কলো।"

কথাখিনি কৈ ডাক্তৰে কোপাবলৈ ধৰিলে। তেওঁ বৰ অৱশ হৈ পৰিল। বিমলাৰ হাতখন তেওঁ এৰি দিলে। চকুও নমাই ললে।

বিমলাই বুজিলে সেই মুহূৰ্তত তেওঁ ধৈৰ্য্য ধৰিব লাগিব, সংযত হব লাগিব। তাৰ বাহিৰে আন একো ভাব অনুভৱ নকৰা দেখি তেওঁ নিজেই আচৰিত হৈ গ'ল। ডাক্তৰৰ এনে প্ৰস্তাৱত তেওঁৰ প্ৰাণ নাচি উঠিব বুলি কোনো দিনেই আশা কৰা নাই—আজিও প্ৰাণ নাচি নুঠাত তেওঁ একো আচৰিত নহ'ল। কিন্তু আন ধৰণে ভয়-ডৰ লাজ-শঙ্কাও একো অনুভৱ নোহোৱাতহে তেওঁ আচৰিত হ'ল। এইমাত্ৰ এজন ডেকা ল'ৰাই এজনী গাভৰু ছোৱালীৰ ওচৰত প্ৰেম নিবেদন কৰি যেন বিয়াৰ প্ৰস্তাৱ দিয়া নাছিল; এখন বেয়াকৈ লিখা নাটকৰ এটা দৃশ্যৰহে বেয়াকৈ অভিনয় হৈছিল। ইয়াৰ কাৰণে অন্তৰত একো প্ৰতিক্ৰিয়া নোহোৱাটো একো আচৰিত কথা নহয়।

আধামিনিটমান মনে মনে থাকি বিমলাই ডাক্তৰৰ কপালৰ অলপ ওপৰত মৃদুভাবে চপৰিয়াই চপৰিয়াই অনুচ্চ সুৰত কলে, "মই বাৰু ভাবি চাওঁ। পিচত জনাম।"

তেওঁ পোন হৈ থিয় হ'ল। ডাক্তৰৰ দৰৱ, পথ্য আৰু কোঠাটোত এনেয়ে এবাৰ চকু ফুৰাই চাই বিদায় লৈ ওলাই আহিল। তাত থকাও আৰু তেওঁৰ পক্ষে সম্ভৱ নাছিল।

এইদৰেই এটা সমস্যাৰ সমাধান হৈ গ'ল। হেস্ত-নেস্ত হৈ গ'ল। ডাঃ ভট্টাচাৰ্য্যক লৈ আৰু বিমলাই মূৰ ঘমাব নেলাগে। তেওঁৰ মনটো পাতল লাগিল। কিন্তু লগে লগেই তেওঁৰ মনলৈ এই ভাবো আহিল: ইয়াৰ পিচত কি? ডাক্তৰক তেওঁ নিবিচাৰে। ইমান দিনে সেইটো অনিশ্চয়তাৰ মাজত বুৰ গৈ আছিল। আজি সেইটো নিশ্চিত হৈ গ'ল। তেওঁ কাক বিচাৰে? কি বিচাৰে? কুলকাৰ্ণিক নিবিচাৰে, দেৱনাথ তেওঁৰ হব নোৱাৰে, উমেদ আলি বজ্ৰঙ্গলাল-



ইঁতৰ জগংখন তেওঁৰ জগৎ নহয়। তেওঁৰনো জগৎ কোনখন? তেওঁতো কব নোৱাৰে। তেওঁতো নেজানে। উচ্চশিক্ষা লাভ কৰি আহি, উচ্চপদত অধিষ্ঠিত হৈ, ভোগৰ পৃথিবীৰ মাজত নিজক এৰি দি আপোনপাহৰা হৈ থাকিব খুজিছিল। কিন্তু উমেদ আলি, বজ্ৰঙ্গলাল, কুলকাৰ্ণি, ৰথীন ভট্টাচাৰ্য্যইঁতৰ নিচিনাকৈয়ে তেওঁও নিজৰ পাওনা সম্বন্ধে অনিশ্চিত হৈ থাকি গ'ল। কমলাৰ দৰে প্ৰমোদ হাজৰিকা এজনকে চকু মুদি আঁকোৱালি লব পৰা হলে বোধহয় ভাল হ'লহেঁতেন। কিন্তু সেইটো হবৰো উপায় নাই। এইখিনিতেই কমলাৰ সৈতে তেওঁৰ প্ৰভেদ। এইখিনিৰ কাৰণেই কমলা সুখী, সন্তুষ্ট, নিশ্চিত। বিমলা নিশ্চিত নহয়, সেই কাৰণে সুখীও নহয় সন্তুষ্টও নহয়।

পিচদিনা গধূলি কেপ্তেইন কুলকাৰ্ণি বিমলাৰ ওচৰলৈ আহিল। বিমলা ঘৰতে বহি আছিল। আজি আৰু তেওঁ ওলাই যোৱা নাই। ডাক্তৰক চাবলৈও যোৱা নাই।

সম্পূৰ্ণ সুস্থ হৈ উঠা কুলকাৰ্ণিয়ে এটোপা ধৰি আহিছে। ড্ৰয়িং ৰুমতে বিমলাই তেওঁক বহুৱালে। প্ৰথমে কাৰো মুখত কথা নোলাল। যি হৈ গ'ল তাৰ কাৰণে বিমলাৰ মুঠেই মন যোৱা নাই কাৰোবাৰ লগত কথা পাতিবৰ। কুলকাৰ্ণিয়েও যেন কিবা কব খুজি বৰ চেষ্টা কৰিও কেনেকৈ আৰম্ভ কৰিব তাকে স্থিৰ কৰিব পৰা নাই। তেওঁ চিগাৰেটটোতে খুব জোৰে জোৰে টান দি গৈছে।

অৱশেষত কুলকাৰ্ণিয়ে হঠাৎ কলে, "মই আজি ৰথীনৰ ওচৰলৈ গৈছিলো।"

তেতিয়াও বিমলাই একো নেমাতিলে।

অলপ ৰৈ কুলকাৰ্ণিয়ে আকৌ কলে, "সি বোলে আৰু ইয়াত নেথাকে। আকৌ আমেৰিকালৈ গুচি যাব; এতিয়াই নগলে বোলে পিচত আৰু যোৱা নহব। সেইবাবে তাৰ প'ষ্টগ্ৰেজুৱেট

ট্ৰেইনিং শেষ কৰি আহিব খুজিছে। এই কেদিন হস্পিটেলত পৰি পৰি সি হেনো ইয়াকে ঠিক কৰি পেলাইছে।”

বিমলাই মনতে কলে যে মিছা কথা, ৰথীনে আজিহে এইটো ঠিক কৰিছে। তেওঁ সুধিলে, “মোৰ কথা কিবা কৈছে ?”

“কৈছে।”

কি কৈছে বিমলাই আৰু নুসুধিলে।

অলপ সময় মনে মনে থাকি কুলকাৰ্ণি হঠাৎ যাবলৈ উঠিল। কলে “মই যাওঁ।”

“চাহ-টাহ কিবা—”

“আজি একো নেলাগে। মই ডাক্তৰৰ খবৰটো দিবলৈহে আহিছিলো।” তেওঁ বাহিৰলৈ খোজ ললেই। যাওঁতে কৈ গ'ল, “এইটো এটা বৰ ভাল খবৰ। মই বৰ ভাল পাইছো।”

“কিয় ?” পাচে পাচে বাহিৰলৈ ওলাই আহি বিমলাই সুধিলে। কিন্তু তেওঁ মনতে ভাবিলে : ই পগলায়ো এতিয়া বিয়াৰ প্ৰস্তাৱ নিদিয়েতো ? তেওঁৰ বুকুখন সামান্য কঁপি উঠিল।

খটখটীয়েদি নামি যোৱাৰ আগতে বৈ, ওচৰত বৈ যোৱা বিমলালৈ নোচাৱাকৈ বাটৰ পিনে পাতলীয়া জোনাকলৈ চাই থাকি, কুলকাৰ্ণিয়ে কলে, “বিমলা, মই তোমাৰ ছাবৰ্ডিনেট, তুমি মোৰ বছ। হয়তো এইবিলাক কথা কোৱা মোৰ উচিত হোৱা নাই। তথাপি মোৰ কবৰ খুব মন গৈছে। মোক মাফ কৰিবা।”

তেওঁ নামি গ'ল। বিমলাও নামি গ'ল। দুয়ো ওচৰা-ওচৰিকৈ খোজ ললে দূৰৰ গেটখনৰ পিনে। কুলকাৰ্ণিয়ে কবলৈ ধৰিলে, “মই মনে-প্ৰাণে বিচাৰো, বিমলা, তোমাৰ বিয়া হৈ যাওক এনে এজন সুশ্ৰী, শান্ত, নম্ৰ ডেকাৰ লগত যি তোমাৰ চেহেৰা, চৰিত্ৰ আৰু পজিচনৰ কাৰণে সম্পূৰ্ণ উপযুক্ত হয়। তেনে মানুহ মোৰ চকুত এতিয়াও পৰা নাই। মোৰ ভয় হৈছিল, মোৰ বৰ ভয় হৈছিল তুমি ডাক্তৰক গ্ৰহণ কৰা বুলি। ডাক্তৰৰ বিৰুদ্ধে মোৰ একো নাই।



তাৰ ভাল হওক, উন্নতি হওক, সি বিচৰা মতে খুউব ভাল ছোৱালী এজনী সি পাওক, সি অসমৰ ভিতৰতে আটাইতকৈ ডাঙৰ হস্পিটেল খোলক, সি পলিটিক্স কৰি অসমৰ মেডিকেল মিনিষ্টাৰ হওক। কিন্তু সি যেন তোমাৰ স্বামী নহয়, মই ইয়াকে বিচাৰিছিলো। মোৰ প্ৰাৰ্থনা ঈশ্বৰে শুনিলে। ঈশ্বৰক বহুত ধন্যবাদ।” এই বুলি কুলকাৰ্ণিয়ে বৈ গৈ ঈশ্বৰৰ উদ্দেশ্যে এটা প্ৰণাম জনালে।

কুলকাৰ্ণিয়ে উভতি লৈ বিমলাৰ মুখামুখি হ'ল।

নিজান ঠাইডোখৰত ক্ষীণ জোনৰ পাতলীয়া জোনাকবোৰ সিচৰতি হৈ আছিল। ৰাতিৰ এই নিৰৱ মুহূৰ্তটো অপাৰ্থিৱ যেন লাগিছিল। কুলকাৰ্ণিৰ মুখৰ কথাবোৰ যেন মানুহৰ মুখৰ কথা নহয়। সেই কাৰণেই যেন সেইবোৰ এই পৰিবেশত খাপ খাই পৰিছিল।

“তুমি আৰু আহিব নেলাগে,” কুলকাৰ্ণিয়ে কলে, “তুমি ঘৰলৈ উলটি যোৱা। এইবোৰ কোৱা কাৰণে যদি মোৰ দোষ হৈছে তেন্তে ক্ষমা কৰিবা। মই যাওঁ।”

মানুহটো ঘপ কৰে তাৰ পৰা আঁতৰি গ'ল। বিমলাৰ ওঁঠ দুটা কঁপি উঠিল। চলচলীয়া চকুৰ পৰা দুগালেদি বাগৰি অহা চকুপানীবোৰক তেওঁ বাধা দি ৰাখিব নোৱাৰিলে। গেটখন খুলি ওলাই গৈ আকৌ বন্ধ কৰি থৈ ক্ৰমাৎ আঁতৰি যোৱা কুলকাৰ্ণিলৈ তেওঁ চাই থাকিল।

বাইদেউ, সেই চকুপানীৰেই এখুজি দুখুজিকৈ ঘৰৰ পিনে উলটি আহি থাকি বিমলাই মনতে কবলৈ ধৰিলে, বাইদেউ, তোৰ ওপৰত মোৰ মিছাতে খং উঠিছিল। তয়েই আমাক সকলোকে দেখুৱাই দিলি আমাৰ অভাৱবোৰ। তই বিচৰাখিনি পাই সুখী হৈছ। আমি নেপাই অসুখী হোৱা নাই, কিন্তু আমি বিচাৰিবই জনা নাই। তই মোক ক্ষমা কৰ বাইদেউ !